ডাঃ ভূমিধৰ বৰ্মন **"অভিনন্দন গ্ৰন্থ"** বিশিষ্ট চিকিৎসক, প্ৰবীন ৰাজনীতিজ্ঞ, প্ৰখ্যাত সমাজ কৰ্ম্মী, অসমৰ প্ৰাক্তন মন্ত্ৰী - ডাঃ ভূমিধৰ বৰ্মনৰ জীৱন আৰু কৰ্মৰাজিঁৰ ওপৰত যুগুতোৱা কেইটিমান প্ৰবন্ধ সংগ্ৰহ শ্ৰীহৰেন্দ্ৰ মোহন তালুকদাৰ এম. এ. বি. টি., ডি. জে. ডি. পি. আৰ. ৰ দ্বাৰা সম্পাদিত। ডাঃ বৰ্মনৰ ৭০ তম্ জন্ম জয়ন্তী উদ্‌যাপন সমিতি গুৱাহাটীৰ হৈ "নিৰ্ম্মল প্ৰকাশন" ডাক - গোপীনাথ নগৰ, বিৰুবাৰী, গুৱাহাটী - ১৬ ৰ দ্বাৰা প্ৰকাশিত।

---

ডাঃ ভূমিধৰ বৰ্মন **"অভিনন্দন গ্ৰন্থ"**

**সম্পাদনা** ঃ শ্ৰীহৰেন্দ্ৰ মোহন তালুকদাৰ

**প্ৰথম সংস্কৰণ** ঃ অক্টোবৰ, ২০০১

**প্ৰকাশক** ঃ শ্ৰীঅভিজিৎ তালুকদাৰ বি. এ.
"নিৰ্ম্মল প্ৰকাশন" ডাক - গোপীনাথ নগৰ
বিৰুবাৰী, গুৱাহাটী - ৭৮১ ০১৬

**মূল্য** ঃ ২০০.০০ টকা মাত্ৰ

**মুদ্ৰক** ঃ নেচনেল টেক্‌নো প্ৰিন্টাৰ্ছ
*অভয় চন্দ্ৰ দত্ত লেন*
কুমাৰপাৰা, গুৱাহাটী - ৭৮১ ০০১

# ডাঃ ভূমিধৰ বৰ্মন

## "অভিনন্দন গ্ৰন্থ"

প্ৰতি,

পৰম শ্ৰদ্ধা/মৰমেৰে

মাননীয় শ্ৰীযুত/শ্ৰী



শ্ৰীহৰেন্দ্ৰ মোহন তালুকদাৰ

সম্পাদক

গ্ৰন্থ সম্পাদনা সমিতিৰ হৈ

# উছৰ্গা

ডাঃ ভূমিধৰ বৰ্মন দেৱৰ পিতৃ বিশিষ্ট সমাজকৰ্মী, ধৰ্মপ্ৰাণ ব্যক্তি আৰু সফল ব্যৱসায়ী প্ৰয়াত ভকত ৰাম বৰ্মন আৰু মাতৃ ধৰ্মপৰায়ণা সু-গৃহিণী প্ৰয়াত মঠো প্ৰিয়া বৰ্মনৰ পবিত্ৰ স্মৃতিত উছৰ্গা কৰা হ'ল।

ডাঃ ভূমিধৰ বৰ্মন "অভিনন্দন গ্ৰন্থ"
সম্পাদনা সমিতি

# ডাঃ ভূমিধৰ বৰ্মনৰ
## "অভিনন্দন গ্ৰন্থ"

।। সম্পাদনা সমিতি ।।

সভাপতি ঃ— পদ্মশ্ৰী, বিশিষ্ট সাংবাদিক
শ্ৰীসতীশ চন্দ্ৰ কাকতি

সদস্য
সম্পাদনা সমিতি ঃ- ড° দয়ানন্দ পাঠক
ড° ধৰণী ধৰ গোস্বামী
ড° মলয়া বৰ্মন
ডাঃ লোহিত দাস
অধ্যাপক মঃ মোজাৰ্ম্মিল হুছেইন
সাংবাদিক, গুণেশ্বৰ কৈবৰ্ত্ত।

সম্পাদক ঃ— শ্ৰীহৰেন্দ্ৰ মোহন তালুকদাৰ

শ্ৰীতৰুণ গগৈ
মুখ্য মন্ত্ৰী
অসম





## শুভেচ্ছাবাণী

ডাঃ ভূমিধৰ বৰ্মণ আমাৰ ৰাজ্যখনৰ এজন জ্যেষ্ঠ ৰাজনৈতিক নেতা। গভীৰ সমাজবোধ আৰু বিশেষকৈ দুখীয়া পিছপৰা জনসাধাৰণৰ উন্নয়ন আৰু কল্যাণৰ বাবে ডাঃ বৰ্মণৰ উৎসৰ্গীত মনোভাৱে তেখেতক এজন ৰাইজৰ নেতা হিচাপে প্ৰতিষ্ঠা কৰিছে।

এনে এজন জন-দৰদী নেতাৰ কৰ্মজীৱনৰ ওপৰত শ্ৰীহৰেন্দ্ৰ মোহন তালুকদাৰে এখন গ্ৰন্থ ৰচনা কৰা বুলি জানিবলৈ পাই নথৈ সুখী হৈছো। আশাকৰো গ্ৰন্থখনিত ডাঃ বৰ্মণৰ জীৱন আদৰ্শৰ সঠিক প্ৰতিফলন ঘটিব।

(তৰুণ গগৈ)

প্ৰতি
শ্ৰীহৰেন্দ্ৰ মোহন তালুকদাৰ
সম্পাদক
ডাঃ ভূমিধৰ বৰ্মণ অভিনন্দন গ্ৰন্থ
সম্পাদনা সমিতি,
বিৰুবাৰী, গুৱাহাটী-১৬

GAURISANKAR BHATTACHARJYA
M.A.B.L. Senior Advocate
Ex-Vice Chairman, Assam Law Commission,
Ex-MLA & Leader of the Opposition
Assam Legislative Assembly.

G. S. ROAD, ULUBARI
GUWAHATI - 781 007
Phone : 543668
Date - 14.2.2001

# শুভেচ্ছা-জ্ঞাপন

বিশিষ্ট সমাজকৰ্মী দীনবন্ধু ডাক্তৰ ভূমিধৰ বৰ্মনৰ গুণমুগ্ধ বন্ধু আৰু অনুগামীসকলে তেওঁক ৰাজহুৱাভাৱে সম্বৰ্দ্ধনা জনোৱাৰ যোজা কৰা বুলি জানি আনন্দিত হলোঁ। ডাক্তৰ বৰ্মনক মই বহুত দিনৰ পৰা জানো। গৰীব-দুখী আৰ্ত্তলোকসকলে সদায় তেওঁৰ সহৃদয়তা আৰু সাহায্য পাই থকাৰ কথাও সৰ্বজন বিদিত। গঠনমূলক ৰাজহুৱা কামত তেওঁ সদায় আগৰণুৱা।

আশা আৰু প্ৰাৰ্থনা কৰোঁ, যেন সু-স্বাস্থ্যৰ অধিকাৰী হৈ তেওঁ দীৰ্ঘজীৱী হৈ থাকি এইদৰে ৰাইজৰ সেৱাত ব্ৰতী হৈ থাকিব পাৰে। মোৰ তেওঁৰ প্ৰতি আন্তৰিক শুভেচ্ছা যে----

জীৱতু শৰদঃ শতম্।

গৌৰীশংকৰ ভট্টাচাৰ্য
১৪/২/২০০১

# আগকথা

'মনৰ সদাগৰ' ডাঃ ভূমিধৰ বৰ্মনৰ ওপৰত কিতাপ এখন যুগুতাই থকা বুলি মোৰ ভ্ৰাতৃপ্ৰতিম সাহিত্যিক নিৱন্ধকাৰ শ্ৰীমান হৰেন্দ্ৰমোহন তালুকদাৰে মোক কাহানিবাতে কৈছিল। মোকো প্ৰৱন্ধ এটা দিয়াৰ কথা কৈছিল। মই নোৱাৰিলোঁ। তদুপৰি ডাঃ বৰ্মন যিহে একা-চেকা মানুহ, হয়তো মোৰ লিখা কথাৰ কোনোবাটোহঁত তেওঁৰ মনেদি ভাল নেপালে কোনোবাদিনা লগ পালেই মানুহৰ আগত বাঘে ধৰাদি ধৰি কব, 'মোৰ বিষয়ে কিনো লিখিলেহে আপুনি ! মইতো আচলতে তেনে নহওঁ। অৱশ্যে মোৰেই দোষ, মইয়ে আপোনাক মোৰ আচল মনোভাৱটো সম্বন্ধে পতিয়ন নিয়াব পৰা নাই।'

মই যে 'মনৰ সদাগৰ' বুলি আখ্যা এটা প্ৰথমতে লগাই দিছোঁ তাৰ কাৰণ, অৰ্থ, ব্যাখ্যা সমস্ত ওপৰত কোৱা ডাঃ বৰ্মনৰ সম্ভাব্য কথাষাৰতে লুকাই আছে। আক্ষৰিক অৰ্থতো তেওঁলোক সদাগৰৰ বংশৰে। তাহানি তেওঁলোকৰ ঘৰখন "সদাগৰৰ ঘৰ" বুলি জনাজাত আছিল। সদাগৰৰ ঘৰমানে কেৱল ধন সম্পদৰেই নহয়, আধুনিক প্ৰমূল্যেৰেও সদাগৰ আছিল ঘৰখন। সেইবাবে ডাঃ বৰ্মনে ডাক্তৰী পাছ কৰাৰ পিছত, ধন-সম্পদৰ সদাগৰী কৰাৰ অৱকাশ নেদেখি চাকৰি-বাকৰি নলৈ মনৰ সদাগৰী কৰাকে ঠিক কৰিছিল জীৱনৰ ব্ৰত হিচাপে। আজিও বহুত দুখীয়া পৰিয়াল পাব অঞ্চলটোত, যিবোৰ পৰিয়ালৰ ৰোগীক তেওঁ বিনা পইচাৰে চিকিৎসা কৰিছিল। অঞ্চলৰ মানুহে কোৱামতে তেওঁ হেনো দুখীয়া ৰোগীক নিজৰ পইচাৰেই দৰবো কিনি দিছিল। শুনামতে ডাঃ বৰ্মনৰ হাতখনো হেনো ভাল, অৰ্থাৎ তেওঁৰ চিকিৎসা ললে ৰোগী ভাল হয়েই – এনে এটা বিশ্বাস সাধাৰণ লোকৰ মনত।

ডাঃ বৰ্মন মানুহজন খাৰাংখাচ। ভালপোৱা-বেয়াপোৱা মানুহৰ মুখৰ আগতে কৈ দিয়ে। কোনোধৰণৰ লুক-ঢাক নাই। তেওঁ মানুহক অত্যন্ত ভাল পায়। হোজা-দুখীয়া ধৰণৰ হলেতো কথাই নাই। ডাঃ বৰ্মনৰ দৰে জনদৰদী লোক সঁচাকে বিৰল। মই এই কথা মোৰ নিজৰ অভিজ্ঞতাৰ পৰা কৈছোঁ। ১৯৯২ চনত বোধকৰোঁ, তেওঁ তেতিয়া শইকীয়া মন্ত্ৰীসভাৰ মন্ত্ৰী। এদিন গোৰেশ্বৰৰ পিনে টুৰলৈ গ'ল।

নাওকাটা পৰ্য্যন্ত পালেগৈ। সেইদিনা তেওঁক চাবলৈ বাটত মানুহে মানুহ, অথচ তেওঁ সেই অঞ্চলৰ বিধায়কো নহয়। বাটে বাটে যিমানবোৰ ভগা স্কুলঘৰ পাইছে, চব সোমাই চাই গৈছিল আৰু কেবাখনতো চৰকাৰী সাহায্যৰ প্ৰতিশ্ৰুতি দিছিল। পাছত দেখা গ'ল, তেওঁ প্ৰতিশ্ৰুতি দিয়ামতে এখন স্কুলেও এটা টকাও চৰকাৰী সাহায্য নাপালে। তাৰ পিছত এই যোৱা ১১ নে ১২ জনৰ দিনা মোৰ তালৈ গোৰেশ্বৰৰ স্থানীয় যুৱনেতা কেইগৰাকীমান আহিছিল। ১৯ নে ২০ জুন তাৰিখে গোৰেশ্বৰৰ ৰামছা গাঁৱত কিবা এখন জনসভা হ'ব, তালৈ মোক আমন্ত্ৰণ কৰাৰ উদ্দেশ্যে। তালৈ হেনো ডাঃ ভূমিধৰ বৰ্মন আৰু শ্ৰীভূৱনেশ্বৰ কলিতাকো মতা হৈছে। কলিতাৰ কথা বাৰু বুজিলোঁ, তেওঁৰ নিজৰ সমষ্টি, কিন্তু ডাঃ বৰ্মন?

যুৱনেতা কেইগৰাকীয়ে কলে যে, ৰাইজে বিচাৰিছে ডাঃ বৰ্মনক মতাটো। কিয়? ৰাইজে পাহৰিলে নেকি বিৰানবৈ চনৰ কথা?

তেওঁলোকে ক'লে যে পাহৰা নাই। আৰু সেইবাবেই তেওঁ যোৱাটো মানুহে বিচাৰে। মই নুবুজাৰ দৰে তেওঁলোকৰ পিনে অবাক হৈ চাই থকাত মোৰ ভতিজা ল'ৰা এজনেই ক'লে যে, ডাঃ বৰ্মনে প্ৰতিশ্ৰুতি দিয়া প্ৰতিখন স্কুলেই চৰকাৰী সাহায্য পাইছে। অৱশ্যে তেতিয়া তেওঁ শিক্ষা বিভাগৰ মন্ত্ৰী নাছিল। আৰু ৰাইজে তেওঁক এইকাৰণেই আগ্ৰহ কৰে যে, তেওঁ ধনী-দুখীয়া, বিদ্বান-অবিদ্বান, বৰমানুহ-সৰুমানুহ এইধৰণৰ বাছ-বিচাৰ নকৰে। সকলোকে সমানে ব্যৱহাৰ কৰে। গাঁৱৰ সাধাৰণ মানুহক তেওঁৰ একেলগৰ মানুহৰ দৰে ব্যৱহাৰ কৰে। সেইবাবেই হেনো গাঁৱৰ ৰাজনীতিত ভূ-ভাও নোপোৱা মানুহে ডাঃ বৰ্মনক ভাল পায়।

তেওঁৰ হেনো অন্তৰখনেই বেলেগ। মানুহক কেতিয়াও না কৰিব নোৱাৰে। মানুহৰ দুৰবস্থা দেখিলে বহুত কিবাকিবি কৰি সহায় কৰি দিবলৈ গাত লয়। কিন্তু মানুহ যিমানে ডাঙৰ নহ'ক কিয়, সকলোৰে এটা সীমা থাকে। নানান বাধ্য-বাধকতা থাকে। কৰাৰ মন থাকিলেও কৰিব নোৱাৰে। মনটো আচলতে তেওঁৰ বৰ বহল। বৰ মৰমিয়াল মানুহ। যুৱনেতাৰ কথা শুনি মোৰো ডাঃ বৰ্মনৰ বিষয়ে সৰু সৰু কথা কিছুমান মনত পৰিছিল। আগৰ শইকীয়া চৰকাৰৰ দিনতে ঘটা এটা ঘটনালৈ মনত পৰিছে। ডাঃ বৰ্মনে কেনেবাকৈ জানিলে যে, তেওঁৰ ঘনিষ্ঠ স্থানীয় নেতা দুগৰাকীমানে তেওঁৰ নামত দালালি কৰে। তেওঁ সেই নেতা কেইজনক তেওঁৰ দিছপুৰৰ কোৱাৰ্টাৰলৈ মতাই আনি যিহে কৰিলে ! কেৱল

চুইহে কিলোৱা নাই। সাধাৰণ মানুহক দিগ্‌দাৰ দিয়া বুলি জানিলেই তেওঁ বেয়া পায়। মোৰ বোধেৰে ডাঃ বৰ্মন প্ৰকৃত জনতাৰ মানুহ। খাঁটি জননেতা।

এই কিতাপখনত অসমৰ একাধিক স্বনামধন্য ব্যক্তিৰ, প্ৰবীন ৰাজনীতিকৰ নিবন্ধ আছে বুলি মই জানিছোঁ। গতিকে কিতাপখন নিশ্চয় মূল্যবান হ'ব। ইয়াৰ সংকলক হৰেন্দ্ৰমোহন তালুকদাৰেও এই বয়সত (তেওঁ সত্তৰ বছৰৰ ওচৰাওচৰি) কম কষ্ট কৰা নাই। অদ্ভুত আন্তৰিকতাৰে তেওঁ কিতাপখনৰ সৌষ্ঠৱ বঢ়োৱাৰ যত্ন কৰিছিল। কিতাপখন নিশ্চয় বিশেষকৈ গাঁৱৰ বিষয়ে জানিব খোজা পঢ়ুৱৈ সমাজে গ্ৰহণ কৰিব।

মই তালুকদাৰক ধন্যবাদ জনাইছোঁ। তেওঁ যে কিবা কৰি হলেও মোক এই মহতী প্ৰচেষ্টাৰ সতে জড়িত কৰি ৰাখিলে।

*বিনায়বনত*

**মেদিনী চৌধুৰী**

---

লিখক শ্ৰীমেদিনী চৌধুৰী, সুসাহিত্যিক, প্ৰখ্যাত ঔপন্যাসিক, বিশিষ্ট লেখক আৰু অসম সাহিত্য একাডেমী বঁটা বিজয়ী।

# সম্পাদকৰ নিবেদন

যি কোনো বিশিষ্ট বৰেণ্য ব্যক্তিৰ কৰ্মময় জীৱনী, কৃতি নাইবা আত্মজীৱনীমূলক গ্ৰন্থ প্ৰকাশ কৰাটো অতিশয় জটিল কাম তাতে যদি ব্যক্তিজন জীৱিত থাকে সি অতিদুৰুহ হৈ পৰে। বিশ্ব-সাহিত্যৰ-ইতিহাসত জীৱনী-সাহিত্য নাইবা আত্মজীৱনীমূলক সাহিত্যই এটি বিশেষ ভূমিকা গ্ৰহণ কৰি আহিছে। ইয়াৰ প্ৰমূল্য বিভিন্ন বয়সৰ জ্ঞান-পিপাসুসকলৰ বাবে বিশেষকৈ প্ৰধানত নতুন পুৰুষৰ উত্তৰণৰ বাবে অতীৱ প্ৰয়োজন। এই ক্ষেত্ৰত অসমীয়া জীৱনীমূলক সাহিত্যৰ ভঁড়াল ভাৰতীয় অইন ভাষাৰ সাহিত্যৰ তুলনাত অতিকৈ দুখলগা ভাৱে দুৰ্বল। ইয়াৰ কাৰণ বিশ্লেষণ কৰিলে দেখা যায় যে অসমত ত্যাগী, কষ্টসহিষ্ণু নিস্বাৰ্থ জীৱনীকাৰৰ বাৰুকৈয়ে অভাৱ। অতি সুখৰ বিষয় যে যোৱা কেইবছৰমানৰ পৰা কিছুমান লিখক আৰু সাহিত্যিকৰ ব্যক্তিগত প্ৰচেষ্টা আৰু উদ্যোগত কিছু সংখ্যক জীৱনী আৰু আত্ম জীৱনীমূলক গ্ৰন্থ প্ৰকাশ পাইছে। এইটো নিঃসন্দেহে এটি শুভ লক্ষণ।

অসমৰ ৰাজনৈতিক, সামাজিক, শৈক্ষিক, অৰ্থনৈতিক বিশেষকৈ চিকিৎসা ক্ষেত্ৰত বলিষ্ঠ ভূমিকাৰে অসমবাসীৰ পৰা শ্ৰদ্ধা, মৰম আৰু ৰাজ্যখনৰ মুখ্যমন্ত্ৰীৰ আসন অধিকাৰ কৰিবলৈ সক্ষম হোৱা বৰেণ্য ব্যক্তি ডাঃ ভূমিধৰ বৰ্মনৰ কৰ্মময় জীৱন ও কৃতি সম্বলিত এখন গ্ৰন্থ প্ৰকাশ কৰিবলৈ বহুতদিন আগৰ পৰাই মনত এটি অদম্য হেঁপাহ পুঁহি ৰাখিছিলোঁ, তেখেতৰ ব্যক্তিত্বৰ প্ৰতি আকৰ্ষিত হৈ। সাধাৰণতে বৰেণ্য ব্যক্তি এজনক মৃত্যুৰ পিছতহে স্মৰণ কৰা হয়। তেতিয়া সেই ব্যক্তিজনে একো জানিবলৈ নেপায়। জীৱনকালতে ৰাজহুৱা সন্মান আৰু জীৱনজোৰা ত্যাগৰ স্বীকৃতি পালে তেওঁ নিশ্চয় সুখী-হয় আৰু বাকীছোৱা জীৱনত ৰাইজৰ প্ৰতি নিস্বাৰ্থ সেৱা আগবঢ়াবলৈ প্ৰেৰণা পায়। কিন্তু প্ৰশংসাবিমুখ ডাঃ বৰ্মনদেৱক আমাৰ এই মনৰ কথাতো ব্যক্ত কৰাত তেখেতৰ পৰা বিশেষ আগ্ৰহ আৰু সঁহাৰি পোৱা নাছিলোঁ। শেষত যেনিবা আমি নেৰানেপেৰাকৈ ধৰাত সন্মতি প্ৰদান কৰিলে। এই অভিনন্দন গ্ৰন্থখন প্ৰকাশৰ প্ৰচেষ্টা কৰা হৈছিল ডাঃ বৰ্মন যেতিয়া ক্ষমতাত অধিস্থিত নাছিল। আনকি এম. এল. এ আদি ৰাইজৰ প্ৰতিনিধিও নাছিল। ১৯৯৯ চনৰ মাৰ্চ মাহত বিশিষ্ট সাংবাদিক পদ্মশ্ৰী সতীশ চন্দ্ৰ কাকতিক

সভাপতি, এই লিখকক সম্পাদক আৰু অসমৰ কেইগৰাকীমান বিশিষ্ট ব্যক্তিক সদস্য হিচাবে লৈ এখন গ্ৰন্থ সম্পাদনা সমিতি আমাৰ ব্যক্তিগত প্ৰচেষ্টাত গঠন কৰা হৈছিল। যেতিয়া আমি ডাঃ ভূমিধৰ বৰ্মনৰ ওপৰত লিখনি বিচাৰি সমাজৰ বিভিন্ন স্তৰৰ জ্ঞানী গুণী প্ৰখ্যাত ব্যক্তিসকলৰ ওচৰ চাপিছিলোঁ, তেতিয়া বিশিষ্ট লেখক, সাংবাদিক ৰাজনীতিবিদ, বুদ্ধিজীৱি, দক্ষ প্ৰশাসনীয় বিষয়া আৰু বিশিষ্ট ব্যৱসায়ী আদিয়ে আমাক প্ৰশ্ন কৰিছিল "আপুনি কিয় ডাঃ ভূমিধৰ বৰ্মনৰ ওপৰত গ্ৰন্থ প্ৰকাশ কৰিবলৈ স্থিৰ কৰিলে? আমাৰ সমাজতো আৰু বহুত গুণী-জ্ঞানী ব্যক্তি আছে"। তেতিয়া আমি তেখেত সকলৰ ওচৰত বিনম্ৰভাৱে নিবেদন কৰিছিলোঁ যে এই বিশ্বত "Nobody is perfect and Expert" মানৱ মাত্ৰেই কেতিয়াবা ভুল হোৱাতো স্বাভাৱিক। কিন্তু যিবিলাকে একেটা ভুলৰে পুনৰাবৃত্তি নকৰে আৰু নিজকে সমস্ত জীৱন গঠনমূলক কামত নিয়োজিত কৰে তেনে ব্যক্তিয়ে নিজৰ দেশৰ আৰু জনসাধাৰণৰ বাবে সেৱা আগ বঢ়াব পাৰে। ডাঃ ভূমিধৰ বৰ্মন অসমৰ তেনে ব্যক্তি সকলৰ ভিতৰত অন্যতম।

"যি মূলা বাঢ়ে তাৰ দুপাততে চিন" ডাঃ বৰ্মনক আমি স্কুলীয়া ছাত্ৰ অৱস্থাৰ পৰাই তেখেতৰ কৰ্মপদ্ধতি আৰু সমাজসেৱাৰ বিষয়ে নিৰীক্ষণ কৰাৰ সুযোগ পাইছিলোঁ।

১৯৪৯ চনত টিহু হাইস্কুলৰ ছাত্ৰ একতা সভাৰ সাধাৰণ সম্পাদক নিৰ্বাচিত হোৱাৰ পৰাই সামাজিক কামৰ লগত তেখেত ওতঃপ্ৰোত ভাৱে জড়িত হৈ পৰে। সেই সময়ৰ টিহু হাইস্কুলৰ হেডমাষ্টৰ পিছত (কোকৰাঝাৰ কলেজৰ অধ্যক্ষ) শিক্ষাবিদ ৰমণী কান্ত শৰ্মাৰ লগত আলোচনা মৰ্ম্মে দুখীয়া মেধাবী ছাত্ৰ-ছাত্ৰীসকলৰ বাবে স্কুলৰ মাছু ৰেহাই নাইবা হাফৰ ব্যৱস্থা কৰা, দুখীয়া ঘৰৰ লৰা ছোৱালীৰ মাজত বিনামূলীয়া কিতাপ বিতৰণ কৰা আদি কামৰ তদাৰক কৰিছিল। সেই সময়ৰ পৰাই স্কুলৰ নাইবা টিহু অঞ্চলত অনুষ্ঠিত হোৱা মেল মিটিং আদিত বক্তৃতা দিয়া অভ্যাসটো ছাত্ৰ অৱস্থাৰ পৰাই গঢ়ি উঠিছিল আৰু একে সময়ৰ পৰাই খদ্দৰৰ কাপোৰ ব্যৱহাৰ কৰিবলৈও আৰম্ভ কৰিছিল। লগৰ সমনীয়া ল'ৰাছোৱালীবোৰে তেখেতক "Little Gandhi" (সৰু গান্ধী) বুলিও জোকাইছিল। আনকি তেখেতৰ গাৰ ৰং বগা নহয় বাবে বহুতে কলা গান্ধী বুলিও উপলুঙা কৰিছিল বুলি তেখেতৰ সহপাঠী শিয়ালমাৰীৰ (টিহুৰ ওচৰৰ) উপেন্দ্ৰ নাথ দাসৰ পৰা জানিব পাৰিছিলোঁ, যিজনে আজি কেইদিন মান আগতে ইহলীলা ত্যাগ

কৰিছে। এনেকৈয়ে স্কুলীয়া ছাত্ৰ অৱস্থাৰ পৰা ডাঃ ভূমিধৰ বৰ্মনে সামাজিক জীৱনৰ পাতনি মেলিছিল। তাৰ পিছত পিছলৈ ঘূৰি চাবলগীয়া নোহোৱাকৈ আজিলৈ ৰাইজৰ মাজতে ব্যস্ত হৈ আছে।

১৯৩১ চনৰ ১২ অক্টোবৰ তাৰিখে কৃতবিদ্য চিকিৎসক, সমাজকৰ্মী প্ৰবীণ ৰাজনীতিক যাক আজিও নলবাৰী অঞ্চলৰ ৰাইজে "ধনন্তৰী ভূমি ডাক্তৰ" বুলি জানে তেখেতৰ জন্ম হয় অবিভক্ত কামৰূপ জিলাৰ (বৰ্ত্তমান নলবাৰী জিলা) বুৰঞ্জী প্ৰসিদ্ধ বেলশৰ গাঁওত য'ত প্ৰবল ক্ষমতাশালী নাগ শঙ্কৰ নামৰ আহোম ৰজাই বিখ্যাত বিল্লেশ্বৰ দেৱালয় আজিৰ পৰা কেবাশ বছৰ আগতে স্থাপন কৰিছিল। পিতৃ ভকত ৰাম বৰ্মণ এজন ভাল খেতিয়ক, এজন সৎ পুৰুষৰ উপৰিও ধাৰ্ম্মিক লোক আৰু সফল ব্যৱসায়ী আছিল। মাতৃ মঠোপ্ৰিয়া বৰ্মন ঘৰুৱা কামকাজত নিপুণ সুগৃহিণী হোৱাৰ উপৰিও এগৰাকী ধৰ্ম্মপৰায়ণ মহিলা আছিল। তেখেতৰ পিতৃ ভকতৰাম বৰ্মন এজন সৎ ও সফল ব্যৱসায়ী হিচাবে গোটেই নলবাৰী, টিহু অঞ্চলত জনাজাত হোৱাৰ উপৰিও সকলোৱে তেওঁক "ভকত মহাজন" বুলি জানিছিল। ধৰ্ম্মৰ প্ৰতি আকৃষ্ট হোৱা গুণটো ডাঃ বৰ্মনে সৰু কালৰে পৰাই পিতৃ মাতৃৰ পৰা উত্তৰাধিকাৰ সূত্ৰে পোৱা যেন লাগে। আমাৰ সমাজত এষাৰ কথা আছে যে বাপ চাই বেটা। "Like father like Son" Dr Bhumidhar Barman was the worthy son of his worthy father Late Bhakat Ram Mahajan.

ডাঃ ভূমিধৰ বৰ্মনে ২ নং বেলশৰ প্ৰাইমাৰী স্কুলৰ শেষ পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পিছত টিহু হাইস্কুলত নাম ভৰ্ত্তি কৰে। তেখেত ছাত্ৰ অৱস্থাত মজলীয়া ধৰণৰ ছাত্ৰ আছিল। ১৯৫১ চনত টিহু হাইস্কুলৰ পৰাই দ্বিতীয় বিভাগত প্ৰৱশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। ইয়াৰ পিছত তেখেতে কটন কলেজত নাম ভৰ্ত্তি কৰে আৰু ১৯৫৩ চনত তাৰ পৰাই দ্বিতীয় বিভাগত আই এচ চি পৰীক্ষাত উত্তীৰ্ণ হয়। ইয়াৰে পিছত ১৯৫৮ চনত ডিব্ৰুগড় চিকিৎসা মহাবিদ্যালয়ৰ পৰা এম. বি. বি. এছ. পৰীক্ষা সুখ্যাতিৰে উত্তীৰ্ণ হৈ প্ৰথমে তেখেতৰ নিজা গাওঁ বেলশৰত ব্যক্তিগত চিকিৎসক হিচাবে চিকিৎসক জীৱনৰ পাতনি মেলে। তেতিয়াৰ পৰাই ডাঃ বৰ্মনে দুখীয়া-দৰিদ্ৰ জনসাধাৰণ আৰু মানৱ সেৱাৰ লগতে বিভিন্ন সমাজ সেৱাৰ কামত জড়িত হৈ পৰে। তাৰ কিছুদিনৰ পিছত বেলশৰৰ ওচৰৰ শোলমৰা বজাৰলৈ তেখেতৰ ব্যক্তিগত ক্লিনিক স্থানান্তৰিত কৰে যদিও বেলশৰৰ ঘৰতো সমানে ৰোগী চোৱাৰ ব্যৱস্থা ৰাখি ওচৰ পাজৰৰ দুখীয়া দৰিদ্ৰ জনগণৰ চিকিৎসাত আত্ম নিয়োগ কৰে। সেই সময়তে ডাঃ বৰ্মন এজন সুচিকিৎসক হিচাবে নলবাৰীৰ

পশ্চিম অঞ্চল, টিহু আৰু বৰক্ষেত্ৰী অঞ্চলত জনাজাত হৈ পৰে। সকলোৰে মাজত তেখেত "ভূমি ডাক্তৰ" বুলিয়েই জনাজাত আছিল। উল্লেখযোগ্য যে যি সময়ত অসমৰ প্ৰখ্যাত চিকিৎসকে চিকিৎসা পত্ৰ (Prescription) লিখা হোৱাৰ পিছত দুখীয়া গৰীবলোকে লাগতিয়াল মাচুল সম্পূৰ্ণ আদায় দিব নোৱাৰা বাবে চিকিৎসা পত্ৰ ফালি চিৰি দলিয়াই দিছিল আৰু কৈছিল "কম মাচুল লোৱা ডাক্তৰ বহুতো আছে তেওঁলোকৰ ওচৰলৈ যোৱা" মানৱতাৰ দিশটো সম্পূৰ্ণ ৰূপে জলাঞ্জলি দি টকাৰ ওপৰতহে বেছি গুৰুত্ব দিছিল ঠিক সেই সময়তে ডাঃ বৰ্মনে বিনা মাচুলে দুখীয়া গৰীব জনসাধাৰণক চিকিৎসা কৰিছিল, আনকি দুখীয়া ৰোগীৰ আৱশ্যকীয় ঔষধ কিনিবলৈ নিজৰ পকেটৰ পৰা পইছা দি সহায় কৰিছিল। ৰোগী বিলাকেও তেওঁৰ ওপৰত সম্পূৰ্ণ আস্থা আৰু বিশ্বাস ৰাখিছিল। তেওঁলোকৰ বিশ্বাস যে ডাঃ বৰ্ম্মনে গাত হাত দিলেই বেমাৰ ভাল হৈ যায়। আমি জানো যে তেখেত মন্ত্ৰী হৈ থকা অৱস্থাতো ৰাজনীতিৰ ইমান ব্যস্ততাৰ মাজতো গাৱলীয়া দুখীয়া গৰীব জনসাধাৰণক বিনামূলীয়া চিকিৎসা প্ৰদান কৰিছিল। আজিও কৰি আছে। সেই কাৰণে তেখেত দুখীয়া জনগণৰ বন্ধু বুলি জনাজাত। কাৰণ ডাঃ বৰ্মনে টকা পইছাতকৈ মানৱীয় দিশটোৰ ওপৰত বেছি গুৰুত্ব দিছিল। তেখেত এজন শাক্ত ধৰ্ম্মাৱলম্বী আৰু ধৰ্ম্মপৰায়ণ লোক হোৱাৰ উপৰিও সকলো জাতি ধৰ্ম্মৰ প্ৰতি সদা শ্ৰদ্ধাশীল ব্যক্তি আৰু সকলো ধৰ্ম্মৰে মঠ, মন্দিৰ, মছজিদ, গীৰ্জ্জা আদি নিৰ্ম্মাণত সমানে দান বৰঙণি দি সহায় সহযোগিতা আগ বঢ়াই আহিছে।

সেই সময়ৰ অবিভক্ত কামৰূপ জিলাৰ চামতা, বেলশৰ, জাগাৰা- নপ্তিপাৰা আদি গাওঁবিলাক আৰ্থিক, সামাজিক শৈক্ষিক ধৰ্ম্মীয় আদি সকলো দিশতে আগবঢ়া আছিল আৰু আজিও সেই খ্যাতি অক্ষুন্ন আছে। প্ৰখ্যাত ৰাজনীতিজ্ঞ, ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ মুক্তি যোদ্ধা গৌৰীকান্ত তালুকদাৰ, কালীৰাম বৰ্মনৰ দৰে সংগ্ৰামী নেতাই চামতাত জন্ম গ্ৰহণ কৰিছিল। কাইথেলি অঙ্কৰ -- বিখ্যাত পণ্ডিত দণ্ডি নাথ দত্ত, বিপ্লৱী নেতা নবীন চন্দ্ৰ মেধি, তৰুণ সেন ডেকাৰ দৰে বাওঁপন্থী- সংগ্ৰামী নেতাই বেলশৰত জন্ম গ্ৰহণ কৰা বাবে গাওঁবাসী ৰাইজে গৌৰৱ অনুভৱ কৰে। আজিও মানুহে কওঁতে একেলগে চামতা-বেলশৰ, জাগাৰা-নপ্তিপাৰা বুলিয়েই কয়। আনহাতে জাগাৰা গাওঁৰ স্বাধীনতা সংগ্ৰামী শ্যামন্ত ধৰ ডেকা, পশু চিকিৎসক ডাঃ সৰ্ব্বেশ্বৰ ডেকা, সমবায় আন্দোলনৰ বাট কটীয়া, কংগ্ৰেছ কৰ্ম্মী, শিক্ষাবিদ দেৱী চৰণ সিংহ তালুকদাৰ আৰু শিক্ষাবিদ হংসধৰ গোস্বামীক

জাগাৰাবাসী ৰাইজে শ্ৰদ্ধাৰে স্মৰণ কৰে। নপ্তিপাৰা গাওঁত জন্ম, গ্ৰহণ কৰা ১৯৩০ চনৰ মহাত্মা গান্ধীৰ নেতৃত্বত সমগ্ৰ ভাৰতবৰ্ষ জুৰি হোৱা অসহযোগ আন্দোলনৰ সত্যাগ্ৰহী আৰু ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনৰ সক্ৰিয় কংগ্ৰেছ কৰ্ম্মী প্ৰয়াত পানী ৰাম তালুকদাৰ, কংগ্ৰেছ কৰ্ম্মী,ৰজনী কান্ত গোস্বামী আৰু শিক্ষাবিদ সমাজকৰ্ম্মী ত্ৰৈলোক্য নাথ গোস্বামীকলৈ নপ্তিপাৰা বাসী ৰাইজে আজিও গৌৰৱ অনুভৱ কৰে।

১৯৬৩ চনত ডাঃ বৰ্মনে অসম চৰকাৰৰ অধীনত কিছুদিনৰ বাবে চাকৰিত যোগদান কৰি শোলমাৰা আৰু বৰপেটা ৰোডত চাকৰি কৰিছিল যদিও ১৯৬৬ চনত চৰকাৰী চাকৰি ইষ্টফা দি ৰাজনৈতিক জীৱনৰ পাতনি মেলে। তেখেতে প্ৰথম বাৰৰ বাবে নলবাৰী পশ্চিম বিধান সভা সমষ্টিৰ পৰা কংগ্ৰেছ প্ৰাৰ্থী হিচাপে নিৰ্ব্বাচিত হয় ১৯৬৭ চনত। উল্লেখযোগ্য যে আজি কেইবছৰ মান আগতে অসমৰ এজন প্ৰাক্তন মন্ত্ৰী, সমাজবাদী নেতা, সু-সাহিত্যিক, নাট্যকাৰ, অভিনেতা আৰু অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি প্ৰয়াত লক্ষ্যধৰ চৌধুৰীদেৱে আমাক কথা প্ৰসঙ্গতে কৈছিল ডাঃ ভূমিধৰ বৰ্মনৰ জনপ্ৰিয়তাৰ প্ৰতি লক্ষ্য কৰি তেওঁক আমাৰ দলৰ পৰাই টিকট দিয়াৰ সিদ্ধান্ত গ্ৰহণ কৰি পিছদিনাই মই নলবাৰীলৈ যাত্ৰা কৰিছিলোঁ। কিন্তু নলবাৰীলৈ গৈ জানিব পাৰিলোঁ যে আগদিনা ৰাতিয়েই অসমৰ প্ৰাক্তন এম. পি. এম. এল. এ. শ্ৰীমান প্ৰফুল্ল গোস্বামী আৰু অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী প্ৰয়াত মহেন্দ্ৰ মোহন চৌধুৰীয়ে ডাঃ বৰ্মনক ভাৰতীয় জাতীয় কংগ্ৰেছৰ সদস্যভুক্ত কৰি নলবাৰী পশ্চিম সমষ্টিৰ বিধান সভাৰ প্ৰাৰ্থী হিচাবে ঘোষণা কৰিলে আৰু আমাৰ দলে এজন নিশ্চিত প্ৰাৰ্থী হেৰুৱালোঁ"। ১৯৭২ চনতো সেই একে সমষ্টিৰ পৰা বিধান সভালৈ নিৰ্বাচিত হৈ প্ৰথম বাৰৰ বাবে শ্ৰীশৰৎ চন্দ্ৰ সিংহৰ নেতৃত্বত গঠিত হোৱা মন্ত্ৰী সভাত ৰাজ্যিক ৰাজহ আৰু শিক্ষামন্ত্ৰী হিচাবে যোগদান কৰে। ডাঃ ভূমিধৰ বৰ্মনৰ চাৰিত্ৰিক বৈশিষ্ট হ'ল, যদি তেখেতক কোনোবাই কেতিয়াবা কিবা উপকাৰ কৰিছে সেইটো জীৱনত কেতিয়াও নেপাহৰে। শ্ৰীমান প্ৰফুল্ল গোস্বামী আৰু শ্ৰীশৰৎ চন্দ্ৰ সিংহৰ কথা কিবা প্ৰসঙ্গত ওলালেই তেখেতসকলক অতি আন্তৰিকতা আৰু শ্ৰদ্ধা সহকাৰে স্মৰণ কৰি কয়, "শ্ৰীমানে মোক কংগ্ৰেছলৈ আইনচি দক আৰু শৰৎ সিংহই মোক প্ৰথমে মন্ত্ৰী কৈছি তেখেত দুজনক মই জীৱনত নাপৰুহ" বুলি কপালত হাত লগাই শ্ৰদ্ধাৰে সোঁৱৰে।

সু-চিকিৎসক হিচাবে ডাঃ ভূমিধৰ বৰ্মনক ভাৰতবৰ্ষৰ প্ৰাক স্বাধীনতা যুগৰ দুজন প্ৰখ্যাত জনদৰদী ডাক্তৰ পশ্চিম বঙ্গৰ প্ৰখ্যাত চিকিৎসক শিক্ষাবিদ ডাঃ বিধান চন্দ্ৰ ৰায়, যি ভাৰতবৰ্ষৰ স্বাধীনতাৰ পিছত একেৰাহে বহুতো বছৰ পশ্চিম বঙ্গৰ মুখ্যমন্ত্ৰী আছিল যিজনক আধুনিক পশ্চিম বঙ্গ ৰাজ্যৰ নিৰ্ম্মাতা বুলিও কোৱা হয় আৰু অসমৰ বিখ্যাত ডাক্তৰ, ভাৰতৰ স্বাধীনতা আন্দোলনৰ আগশাৰীৰ নেতা, মুক্তিযোদ্ধা যিজনক সেই সময়ত অসমৰ "ধনন্তৰী ডাক্তৰ" বুলি আখ্যা দিয়া হৈছিল সেই ডাঃ ভূৱনেশ্বৰ বৰুৱাৰ লগত তুলনা কৰিব পাৰি। ডাঃ বৰ্মন তেওঁলোক দুয়োজনৰ প্ৰকৃত অনুগামী আছিল। ডাঃ বিধান চন্দ্ৰ ৰায়ে কৈছিল --

"I donot believe either in Homeopathy

Or in allopathy but I believe in Sympathy"

ডাঃ বৰ্মনেও এই কথাশাৰী আন্তৰিকতাৰে মনে প্ৰাণে বিশ্বাস কৰিছিল। তেখেতে ৰাগীক আন্তৰিকতাৰে সেৱা কৰিছিল। ৰোগীবিলাকেও তেখেতক খুব বিশ্বাস কৰিছিল। নহ'লেনো তেখেতৰ এখন সাধাৰণ Prescription ৰ বাবে বৰপেটাৰ পশ্চিমৰ ভিতৰুৱা গাওঁৰ পৰা নাইবা বৰক্ষেত্ৰী সমষ্টিৰ ব্ৰহ্মপুত্ৰৰ মাজৰ চৰৰ পৰা সাধাৰণ দুখীয়া দৰিদ্ৰ ৰোগীয়ে টকা পইছা খৰছ কৰি আহেনে? যি সময়ত ডাঃ বৰ্মনে শোলমাৰাত ক্লিনিক খুলি ব্যক্তিগত ভাৱে চিকিৎসা কৰিবলৈ লৈছিল পঞ্চাশৰ দশকত আৰু তাৰ পিছতো ষাঠিৰ দশকত চৰকাৰী ডাক্তৰ হিচাবে গাঁওৰ দুখীয়া-গৰীৱ জনসাধাৰণলৈ চিকিৎসা সেৱা আগ বঢ়াইছিল সেই সময়ছোৱাত ডাঃ ভূমিধৰ বৰ্মণ কিংবদন্তি ডাক্তৰ হিচাবে ৰাইজৰ মাজত পৰিগণিত হৈছিল। এইখিনিতে দুটামান উদাহৰণ দিব বিচাৰিছোঁ -- মোৰ এজন বন্ধুৱে এদিন কথা প্ৰসংগত ডাঃ বৰ্মনৰ বিষয়ে এইদৰে কৈছিল, "১৯৬৩ চনত ডাঃ বৰ্মন চৰকাৰী ডাক্তৰ। এদিন ৰাতি মোৰ দাদা এজনৰ হঠাৎ সাংঘাটিক পেটৰ বিষ উঠিল। ৰাতি ১২ টা বজাত ডাঃ বৰ্মনক মতা হ'ল। তেখেত আহিল। ৰোগীৰ পেটত কিছুসময় টিপা-টিপি কৰি থাকি আৰু হাতৰ নাড়ী নিৰীক্ষণ কৰি ক'লে গল ব্লাডাৰ ষ্টনৰ পৰাই এই বিষৰ উৎপন্ন হৈছে" আৰু ক'লে "গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ত ভৰ্ত্তি কৰাই অপাৰেচন কৰিলে সম্পূৰ্ণ ভাল হৈ যাব"। গুৱাহাটীলৈ গৈ হাস্পাতালত এক্সৰে কৰাত গল ব্লাডাৰৰ ষ্টনৰ পৰাই সেই বিষটো হোৱা বুলি জনালে আৰু লগতে জনালে যে গাঁওতেই চিকিৎসক জনে দিয়া ঔষধতে সেই পাথৰ গ'ল গৈছে। এইখিনিতে অইন এটা কথা উল্লেখ কৰিব খুচিছোঁ। কথাটো

ষাঠিৰ দশকৰ। এদিন হেনো অসম চিকিৎসা মহাবিদ্যালয়ৰ সেই সময়ৰ প্ৰখ্যাত ডাক্তৰ আৰু ডিব্ৰুগড় চিকিৎসা মহাবিদ্যালয়ৰ অধ্যক্ষ ডাঃ মথুৰা নাথ ভট্টাচাৰ্য্যদেৱে মোৰ বন্ধু এজনৰ আগত কথা প্ৰসংগত গাওঁৰ ডাক্তৰৰ চিকিৎসাৰৰ বিষয়ে এনেদৰে মন্তব্য কৰিছিল। "মই ডাঃ ভূমিধৰ বৰ্মনক ভালদৰে জানো। মোৰেই ছাত্ৰ আছিল। তেওঁ মেধাবী ছাত্ৰ নাছিল যদিও বৰ নিয়মীয়া আৰু Practical ত বৰ আগ্ৰহী ছাত্ৰ আছিল। ৰোগ নিৰ্ণয়ত ভালেই বুলিব পাৰি।" লগতে জানিবলৈ দিলে যে তেখেতেও হেনো ডাঃ বৰ্মনৰ ওচৰলৈ দুই এজন ৰোগীও পঠাইছিল। কথাটো দেখাত সাধাৰণ হলেও বৰ তাৎপৰ্য্যপূৰ্ণ।

এনেকুৱা ডাঃ বৰ্মনৰ ৰোগীৰ ৰোগ নিৰ্ণয় সম্পৰ্কে আমি আৰু বহুতো কথা জানো। ডাঃ বৰ্মনে প্ৰায় ১০ বছৰ কাল অসমৰ স্বাস্থ্যমন্ত্ৰী হিচাবে সেৱা আগবঢ়োৱা সময়ত ৰাজনীতিৰ ইমান ব্যস্ততাৰ মাজতো কোনোবাই বেমাৰৰ কথা কলে ষ্টেথিচকোপ আৰু হাতত টৰ্চটো লৈ খুব আন্তৰিকতাৰে চায় আৰু তেখেতৰ সহানুভূতিত ৰোগীয়ে বহুত উপশম পায়। ডাঃ বৰ্মনৰ মতে ডাক্তৰে ৰোগীৰ Psychology ও জানিব লাগে। এদিন কথা প্ৰসংগত তেখেতে কৈছিল, "ষাঠি দশকৰ কথা, মই তেতিয়া শোলমাৰা চিকিৎসালয়ত ডাক্তৰ, এদিনাখন এজন গাঁৱলীয়া ৰোগীয়ে চিকিৎসাৰ বাবে আহিল মই চাই মেলি দৰব দিলোঁ, পিছদিনা আহি ৰোগীজনে ক'লে ভাল পোৱা নাই আৰু লগতে জনালে "আগৰবাৰ এই অসুখটো হোৱাত বটলত দাগ মাৰি দিয়া লালমিক্সাৰ খাই ভাল পাইছিল"। ডাঃ বৰ্মনে কলে যে "মই ৰোগীজনৰ পেটৰ কামোৰটো বুজি পালোঁ আৰু লগে লগে বটলত দাগ মাৰি লালপানী দি দিলোঁ। তাৰ কেইদিনমানৰ পিছত ৰোগীজনে আহি জনালে যে তেওঁ সম্পূৰ্ণ আৰোগ্য লাভ কৰিছে"। এনেকুৱা আৰু বহুতো উদাহৰণ আছে। লিখনি দীঘলীয়া হব বুলি উল্লেখ কৰাৰ পৰা বিৰত থাকিলোঁ।

আচলতে ডাঃ বৰ্মন জনতাৰ মানুহ। তেখেতে দুখীয়া গৰীব জনসাধাৰণক যিমান ভাল পায় জনসাধাৰণেও তেখেতক সমানেই ভাল পায়। তেখেতে ক্ষমতাত থাকিলে যিমানমানুহ আহে ক্ষমতাত নাথাকিলেও নাইবা এম. এল. এ. আদি জনপ্ৰতিনিধি একো নহলেও সমানেই আহে। তেখেতে নলবাৰী বেলশৰ নাইবা মুকালমুৱা য'তেই নাথাকক জনতাই আগুৰি ধৰে। এই সাধাৰণ জনসংযোগৰ ক্ষেত্ৰত অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী আৰু পাঞ্জাবৰ প্ৰাক্তন গৱৰ্ণৰ প্ৰয়া মহেন্দ্ৰ মোহন চৌধুৰীৰ লগত তেখেতক তুলনা কৰিব পাৰি।

দুখীয়া গৰীবৰ বন্ধু ঈশ্বৰ বিশ্বাসী ডাঃ ভূমিধৰবৰ্মন অকল কংগ্রেছী হোৱা বাবেই চাৰিবাৰ আলফা উগ্রপন্থীৰ আক্রমণৰ লক্ষ্য হৈছিল। কিন্তু তেখেতৰ কৰ্মৰ ফল, ভগৱানৰ প্ৰতি থকা অটল বিশ্বাস আৰু ৰাইজৰ আশীৰ্ব্বাদৰ বাবেই কোনো ক্ষতিক্ষুণ নোহোৱাকৈ বাচি গৈছিল। তেখেতৰ জীৱনৰ ওপৰত আলফা উগ্রপন্থীৰ প্ৰথমটো আক্রমণ হৈছিল ১৯৮৬ চনৰ ৬ আগষ্ট তাৰিখে বেলশৰ থানাৰ সমুখত, দ্বিতীয়টো ১৯৯১চনৰ ২৫ জানুৱাৰী তাৰিখে তেখেতৰ বেলশৰৰ ঘৰৰ ওচৰতে, তৃতীয়তো ১৯৯১ চনৰে ২৬ জানুৱাৰীৰ দিনা বেলশৰৰ নিজ ঘৰত জাতীয় পতাকা উত্তোলন কৰাৰ সময়ত আৰু চতুৰ্থ সংঘটিত হৈছিল ১৯৯৫ চনৰ ৩০ ডিচেম্বৰত বৰক্ষেত্ৰী সমষ্টিৰ লাউপাৰাত। এই আটাইকেইটা আক্রমণত মুঠ ১২ জন লোকে প্ৰাণ হেৰুৱাইছিল। সেই বিষয়ে আলোচনা হলে ডাঃ বৰ্মনে কয়

"কবাই নোইল্লু দ'ক কেন্‌কে বাচি গেলু

এগলা্ ঈশ্বৰৰে লীলা"

কথাটো মিছা নহয়। তেখেতৰ ওপৰত ভগৱানৰ আশীৰ্ব্বাদ আছে। ডাঃ বৰ্মন গোটেই জীৱন কংগ্রেছৰ লগত ওতঃপ্রোতভাৱে জড়িত হৈ আছে। ১৯৮৯ চনৰ পৰা ১৯৯১ চনলৈ নলবাৰী জিলা কংগ্রেছ (আই) কমিটিৰ সভাপতি ১৯৮৫-৮৬ চনত অসম প্ৰদেশ কংগ্রেছ কমিটিৰ সাধাৰণ সম্পাদক, নিখিল ভাৰত কংগ্রেছ (আই) কমিটিৰ সদস্য, অসম প্ৰদেশ কংগ্রেছ (আই) কমিটিৰ নিৰ্ব্বাচিত উপ সভাপতি প্ৰথমবাৰ ১৯৯১ চনত আৰু ২য় বাৰ ১৯৯৭-৯৮ চনত নিৰ্ব্বাচিত আজিলৈকে কাৰ্য্যনিৰ্ব্বাহ কৰি আছে। ১৯৭২ চনত শৰৎ সিংহ মন্ত্রী [illegible]
ৰাজহ আৰু শিক্ষামন্ত্রী হিচাবে যোগদান কৰাৰ পিছৰ পৰা
চাবলগীয়া হোৱা নাই।

১৯৮৩ চনতো নলবাৰী পশ্চিম সমষ্টিৰ পৰাই তৃতীয়বাৰৰ বাবে সদস্য হিচাবে নিৰ্ব্বাচিত হৈ প্ৰয়াত হিতেশ্বৰ শইকীয়া মন্ত্রীসভাত স্বাস্থ্য বিভাগৰ কেবিনেট মন্ত্রী হিচাবে কাৰ্য্যনিৰ্ব্বাহ কৰে। ১৯৯১ চনত নিৰ্ব্বাচনত ডাঃ বৰ্মনে বৰক্ষেত্ৰী বিধান সভা সমষ্টিৰ পৰা বিপুল ভোটৰ ব্যৱধানত জয় লাভ কৰি হিতেশ্বৰ শইকীয়া মন্ত্রী সভাত ২য় স্থান অধিকাৰ কৰি শিক্ষা, পঞ্চায়ত স্বাস্থ্য আৰু পৰিয়াল কল্যাণ বিভাগৰ কেবিনেট মন্ত্রী হিচাবে সুখ্যাতিৰে কাৰ্য্যনিৰ্ব্বাহ কৰে। ডাঃ বৰ্মনৰ স্বাস্থ্য মন্ত্রীত্বৰ কালছোৱাতে গুৱাহাটীত মহেন্দ্র মোহন চৌধুৰী চিকিৎসালয়

স্থাপিত হয়। মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াৰ আকস্মিক মৃত্যুত ডাঃ বৰ্মন কিছুদিনৰ বাবে অসমৰ মুখ্যমন্ত্ৰী হিচাবে কাৰ্য্যনিৰ্ব্বাহ কৰাত আমি গৌৰৱান্বিত। ১৯৯৬ চনৰ নিৰ্ব্বাচনত তেখেতে বৰক্ষেত্ৰী বিধান সভা সমষ্টিৰ পৰা আকৌ প্ৰতিদ্বন্দ্বিতা কৰি কি কাৰণে পৰাজয় বৰণ কৰিবলগীয়া হ'ল সেইটো ৰাইজে জানে। ২০০১ চনৰ সেই একে সমষ্টিৰ পৰা নিৰ্ব্বাচনত প্ৰতিদ্বণ্দ্বিতা কৰি ৩১ হাজাৰৰো অধিক ভোটৰ ব্যৱধানত জয়ী হৈ শ্ৰীতৰুণ গগৈ মন্ত্ৰী সভাত আকৌ ২য় স্থান অধিকাৰ কৰি স্বাস্থ্য, পঞ্চায়ত আৰু গ্ৰামোন্নয়ন বিভাগৰ মন্ত্ৰী হিচাবে বৰ্ত্তমান কাৰ্য্যনিৰ্ব্বাহ কৰি আছে।

এই "অভিনন্দন গ্ৰন্থ" খনিত অসমৰ বিভিন্ন স্তৰৰ আগশাৰীৰ গুণীজ্ঞানী ব্যক্তি সকলৰ পঞ্চাশটাৰো অধিক লিখনি সন্নিবিষ্ট কৰা হৈছে। পাঠকৰ ৰসৰ বাবে দুটি প্ৰশংসা মূলক কবিতাও সংলগ্ন কৰা হৈছে। গ্ৰন্থখনি সম্পাদনা কৰোতে আমি ব্যক্তিগত ভাৱেও বহুত উপকৃত হৈছোঁ। কাৰণ গ্ৰন্থখনিৰ বাবে কাম কৰোতে ভালে কেইজন লিখকৰ ব্যক্তিগত সান্নিধ্যলৈ অহাৰ উপৰিও ডাঃ বৰ্মনৰ বিষয়ে বহুতো নজনা কথা জানিব পাৰিছোঁ। গ্ৰন্থখনিৰ ।। আগকথা ।। সুন্দৰকৈ লিখিদিয়া বাবে সু-সাহিত্যিক প্ৰখ্যাত ঔপন্যাসিক অসম সাহিত্য একাডেমী বঁটা বিজয়ী মাননীয় শ্ৰীমেদিনী চৌধুৰীদেৱক আমাৰ আন্তৰিক কৃতজ্ঞতা জনালোঁ। আমাৰ অনুৰোধ ক্ৰমে অতি কম সময়ৰ ভিতৰতে শুভেচ্ছা বাণী লিখি দিয়া বাবে অসমৰ মুখ্যমন্ত্ৰী মাননীয় শ্ৰীযুত তৰুণ গগৈদেৱলৈ আমাৰ কৃতজ্ঞতা জনালোঁ। গ্ৰন্থখনিৰ প্ৰুফ আদি ছোৱা মেলাত সহায় কৰি দিয়া বাবে (বিশেষকৈ পৰীক্ষাৰ ওচৰতো) শ্ৰীমতী পল্লৱী গগৈ আৰু শ্ৰীমতী জাহ্নৱী গগৈ দুয়োজনী বাই ভণীলৈ আমাৰ [illegible] ও শলাগ যাচিলোঁ। সৰ্ব্বশেষত "নেচনেল টেক্‌নো প্ৰিন্টাৰ্ছ"ৰ শ্ৰী দত্ত আৰু প্ৰেছৰ কৰ্ম্মীবৃন্দই সুন্দৰকৈ গ্ৰন্থখনি ছপা কৰি [illegible]বে আমাৰ শলাগ যাচিলোঁ। নানান বাধা বিঘিনিৰ মাজতো আজি দিনটোত গ্ৰন্থখনি সদাশয় ৰাইজৰ ওচৰত উচৰ্গা কৰিব পাৰি আমি অত্যন্ত সুখ অনুভৱ কৰিছোঁ। শেষত ডাঃ বৰ্মনৰ সু-স্বাস্থ্য আৰু দীৰ্ঘজীৱনৰ কামনা কৰিছোঁ, যাতে তেখেতৰ সবল নেতৃত্বত অসমে উন্নতিৰ পথত আগবাঢ়িব পাৰে আৰু ভৱিষ্যতেও যেন তেখেতে দুখীয়া-গৰীৱ জন সাধাৰণলৈ সেৱা আগবঢ়াই যাব পাৰে।

১২ অক্টোবৰ
২০০১

**শ্ৰীহৰেন্দ্ৰ মোহন তালুকদাৰ**
বিৰুবাৰী, গুৱাহাটী - ৭৮১ ০১৬।

# সূচীপত্ৰ

## অসমীয়া বিভাগ

## ENGLISH SECTION

# ডাঃ ভূমিধৰ বৰ্মন-জনসেৱা ব্ৰতী এজন চিকিৎসক

শৰৎ চন্দ্ৰ সিংহ

ডাঃ ভূমিধৰ বৰ্মন এটা প্ৰতিভা। শ্ৰীমান প্ৰফুল্ল গোস্বামীৰ নিৰ্বাচন অভিযানত আমি তেওঁক প্ৰথম লগ পাইছিলো। স্বাধীনতা সংগ্ৰামৰ স্ফুলিঙ্গ, ফিৰিঙতি'ৰ লেখক আৰু কবি, চিৰ বিদ্ৰোহী, চিৰতৰুণ শ্ৰীমান প্ৰফুল্ল গোস্বামী নিৰ্বাচন প্ৰাৰ্থী। ডাঃ ভূমিধৰ বৰ্মন এগৰাকী দীপ্তি মন্ত যুৱক তেওঁৰ নিৰ্বাচন কৰ্মী বাহিনীৰ প্ৰধান। একনিষ্ঠাত তেওঁক কোনেও চেৰ পেলাব নোৱাৰে। শ্ৰীমান প্ৰফুল্ল গোস্বামী নিৰ্বাচনত জয়লাভ কৰিছিল। শ্ৰীমানৰ মতে এই জয়লাভৰ কৃতিত্ব তেওঁৰ নহয় ডাঃ ভূমিধৰ বৰ্মনৰ।

ডাঃ ভূমিধৰ বৰ্মন এগৰাকী ডাক্তৰ চিকিৎসক। কিন্তু ডাক্তৰ বুলিলে আজিকালি আমাৰ যি ধাৰণা হয়, ডাঃ বৰ্মন তেনে ডাক্তৰ নহয়। তেওঁ চিকিৎসক চিকিৎসা কৰাই তেওঁৰ কাম। ৰোগীয়েও চিকিৎসাৰ বাবে ডাক্তৰক দিব লগা ফিছ দিব নালাগে। ৰোগীয়ে সাধ্যমতে শ্ৰদ্ধা যাচে। যি দিয়ে তাকেই লয়। কেৰ্কেটুৱাই বাঁহপাতেৰেহে ভেটি দিব পাৰে। ডাঃ বৰ্মন দুখীয়া ৰাইজৰ মাজত বৰ জনপ্ৰিয়। চিকিৎসাৰ বাহিৰেও দীন দুখীয়াৰ প্ৰতি সহানুভূতিশীল মাত কথা, সৌজন্যমূলক ব্যৱহাৰ, দিহা পৰামৰ্শৰ বাবে গাৱৰ সহজ, সৰল, অমল পৰিবেশত ডাঃ বৰ্মন এটা আদৰ্শত ৰূপান্তৰিত হৈছে।

বৰ্দ্ধিষ্ণু জনপ্ৰিয়তা লৈ ডাঃ বৰ্মন এদিন নিৰ্বাচনত অৱতীৰ্ণ হ'ল। নিৰ্বাচনত তেওঁ জয়লাভ কৰিলে। ৰাইজে ভাল পায়, ভোট দিয়ে, ডাঃ বৰ্মন নিৰ্বাচিত হয়। তেওঁ মন্ত্ৰী হ'ল। মুখ্য মন্ত্ৰী হ'ল। তেওঁ নিৰ্বাচনত জয়লাভ কৰা, মন্ত্ৰী হোৱা, মুখ্যমন্ত্ৰী হোৱা আদি কথাৰে তেওঁৰ জনপ্ৰিয়তা নিৰ্ণয়কাৰক খোজা নাই। তেওঁৰ

জনপ্ৰিয়তাৰ গুৰিত আছে, তেওঁৰ ব্যক্তিত্ব, মানবীয়, মূল্যবোধ, দৰিদ্ৰ লোকসকলৰ বাবে এখন বহল অন্তৰ।

ডাক্তৰী বিদ্যা, জ্ঞান, পাৰদৰ্শিতাৰ বাবে তেওঁৰ অকনো অহঙ্কাৰ নাই। নিৰভিমান এই বিশিষ্ট চিকিৎসকগৰাকী যেন চিকিৎসা সাধনাত নিমগ্ন। জানিবলৈ আৰু বহুত আছে। তাকেই জানিব বিচাৰিছে। নজনাক জনাৰ যেন অন্ত নাই। তেওঁ এগৰাকী সাধনাৰত চিকিৎসক।

আমাৰ ধাৰণাত ৰাজনীতিত তেওঁৰ উত্থান তেওঁৰ জীৱনৰ ঘটনা প্ৰৱাহৰ এটা বিকল্প বিকাশ। তেওঁ মূলতঃ চিকিৎসা বিজ্ঞানী, সমাজসংস্কাৰক দৰিদ্ৰ জনগনৰ বিপদৰ বন্ধু। যি তেওঁৰ ওচৰলৈ যায় সি কেতিয়াও বিমুখ নহয়। কিঞ্চিৎ হব পাৰে, কিন্তু বঞ্চিত নহয়।

ডাঃ বৰ্মন যেতিয়া বিধায়ক হ'ল, তেতিয়া তেওঁৰ কোনো পৰিবৰ্ত্তন নহল। তেওঁ বিধায়ক হৈও ডাক্তৰ হৈ ৰ'ল। বিধায়কতকৈ ডাক্তৰ গাৰঁৰ ৰাইজৰ ঘনিষ্ঠ। যেতিয়া তেওঁ মন্ত্ৰী হ'ল, ডাক্তাৰী ক্ষেত্ৰ কিঞ্চিৎ সীমিত হলেও, তেওঁ ডাক্তৰ হৈ ৰ'ল যেতিয়া মুখ্যমন্ত্ৰী হ'ল, ক্ষেত্ৰ আৰু সীমিত হলেও, তেওঁ ডাক্তৰ হৈ ৰ'ল। এসময়ত তেওঁ বিধায়ক হৈ নেথাকে, মন্ত্ৰী হৈ নেথাকে, মুখ্যমন্ত্ৰী হৈ নেথাকে, কিন্তু সদায় তেওঁ ডাক্তৰ হৈ থাকিব। ৰোগ নিৰাময় সাধনাত মগ্ন হৈ থাকিব। সদায় ৰাইজৰ প্ৰিয়জন হৈ থাকিব। পীড়িত জনৰ পীড়ামুক্তি হেতু কৃতজ্ঞতা ধন্য হৈ থাকিব নিজৰ জ্যোতিত উজ্জ্বল হৈ থাকিব।

ডাঃ বৰ্মনৰ জনসেৱাব্ৰত সাৰ্থক হওক!

---

লেখক এগৰাকী ৮৮ বছৰীয়া প্ৰবীন ৰাজনৈতিক নেতা ও বিশিষ্ট সু-সাহিত্যিক, গান্ধীবাদী, কেবাবাৰো সদৌ ভাৰত কংগ্ৰেছ (সমাজবাদী) পাৰ্টিৰ প্ৰাক্তন সভাপতি, নিকা ভাৱমূৰ্ত্তিৰ ৰাজ্যখনৰ সকলোৰে শ্ৰদ্ধা ও মৰমৰ আৰু অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী।

# ডাঃ ভূমিধৰ বৰ্মন ঃ এজন জনপ্ৰিয় কংগ্ৰেছ নেতা

শ্ৰীসতীশ চন্দ্ৰ কাকতী

স্বাধীনতাৰ উত্তৰ কালত অসমৰ যি কেইজন যুৱকে ৰাজনীতিত দক্ষতাৰ প্ৰমাণ দিব পাৰিছে তাৰ ভিতৰত ডাঃ ভূমিধৰ বৰ্মন অন্যতম। অবিভক্ত কামৰূপ জিলা তথা বৰ্তমান নলবাৰী জিলাৰ বেলশৰ গাৱঁত জন্ম লাভ কৰা ভূমিধৰ বৰ্মনে চিকিৎসা বিদ্যাত এম. বি. বি. এচ ডিগ্ৰী লাভ কৰাৰ পাছত চৰকাৰী চাকৰিৰ কাৰণে আগ্ৰহ নেদেখুৱাই তেওঁৰ জন্ম স্থানত চিকিৎসা ব্যৱসায় আৰম্ভ কৰে, লগতে সমাজসেৱাৰ যোগেদি ৰাইজৰ জনপ্ৰিয়তা লাভ কৰে। ইতিমধ্যে অসমৰ সৰ্বৰহী কংগ্ৰেছ নেতা মহেন্দ্ৰ মোহন চৌধুৰী আৰু নলবাৰী সত্ৰৰ যুৱনেতা শ্ৰীমান প্ৰফুল্ল গোস্বামীৰ ঘনিষ্ঠতা লাভ কৰে আৰু ডাঃ বৰ্মনৰ জনপ্ৰিয়তা আৰু সমাজ সেৱাৰ প্ৰতি আগ্ৰহ দেখি কংগ্ৰেছত যোগ দিবলৈ বৰ্মনক উৎসাহিত কৰে। অতি কম সময়ৰ ভিতৰতে ডাঃ বৰ্মনে অসম কংগ্ৰেছ মহলৰ আস্থা লাভ কৰে। সেই কাৰণে ১৯৬৭ চনৰ অসম বিধান সভাৰ সাধাৰণ নিৰ্বাচনত নলবাৰী পশ্চিম সমষ্টিত কংগ্ৰেছ দলৰ প্ৰাৰ্থিত্ব লাভ কৰে আৰু নিৰ্বাচনত জয়ী হয়। ১৯৮৩ চনৰ সাধাৰণ নিৰ্বাচনতো কংগ্ৰেছ প্ৰাৰ্থী হিচাপে ধৰ্মপুৰ সমষ্টিৰ পৰা ৩য় বাৰ বিধান সভালৈ নিৰ্বাচিত হয় আৰু হিতেশ্বৰ শইকীয়া মন্ত্ৰীসভাত স্থান লাভ কৰি পূৰ্ণ পৰ্যায়ৰ মন্ত্ৰীত্বৰ দায়িত্ব লাভ কৰে। স্বাস্থ্য আৰু শিক্ষা বিভাগৰ দায়িত্বত ডাঃ বৰ্মনে তেওঁৰ কৰ্মনিষ্ঠতাৰ যোগেদি মুখ্যমন্ত্ৰী শইকীয়াৰ পূৰ্ণ আস্থা লাভ কৰে। ১৯৯৬ চনৰ সাধাৰণ নিৰ্বাচনত কংগ্ৰেছ প্ৰাৰ্থী হিচাপে বৰক্ষেত্ৰী সমষ্টিৰ পৰা বৰ্মনে নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিছিল, কিন্তু সেই সময়ত আঞ্চলিক দলৰ প্ৰতি ৰাইজৰ সমৰ্থনৰ বাবে ডাঃ বৰ্মন জয়ী হব নোৱাৰিলে যিদৰে কেবাজনো কংগ্ৰেছৰ প্ৰবীন নেতাই সেই নিৰ্বাচনত পৰাজয় বৰণ কৰিছিল। পৰাজয়ৰ আন এটা কাৰণ আছিল মুখ্যমন্ত্ৰী শইকীয়াৰ আকস্মিক মৃত্যু। শইকীয়াৰ মুখ্যত ডাঃ ভূমিধৰ বৰ্মনে

অস্থায়ী মুখ্যমন্ত্ৰী হিচাপে নিৰ্বাচিত হৈছিল। তাৰ লগতে অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ উপাধ্যক্ষৰ দায়িত্বও বহন কৰিছিল।

তেওঁৰ ৰাজনৈতিক জীৱনত এইদৰে উত্থন-পতন হৈছে। কিন্তু ডাঃ বৰ্মনে তাত কিঞ্চিৎমানো হতাশ হোৱা নাই। উল্লেখ কৰা প্ৰয়োজন যে ডাঃ বৰ্মনৰ জনপ্ৰিয়তা দেখি সন্ত্ৰাসবাদীয়ে তেওঁক তিনিবাৰ আক্ৰমণ কৰিছিল, কিন্তু এই আক্ৰমণ ভাগ্যক্ৰমে ব্যৰ্থ হৈছিল। ডাঃ বৰ্মনে ৰাজহুৱা জীৱন তথা সেৱাৰ পৰা বিৰত হোৱাৰ পৰিৱৰ্ত্তে কংগ্ৰেছৰ সাংগঠনিক কামত অধিক মনোযোগ দিয়াত তেওঁৰ ক্ৰিয়াশীল ৰাজনৈতিক জীৱন দৃঢ় হোৱা দেখা গৈছে। মই ভগৱানক প্ৰাৰ্থনা কৰো ঈশ্বৰে ডাঃ ভূমিধৰ বৰ্মনক সু-স্বাস্থ্য দিব যাতে তেওঁ জীৱনৰ বাকী ছোৱাত কংগ্ৰেছ নেতা হিচাপে অসম তথা ভাৰতৰ ৰাইজৰ সেৱাত তেওঁ বলিষ্ঠ অৱদান যোগাব পাৰে।

---

লেখক এগৰাকী বিশিষ্ট সাংবাদিক, ভাৰতৰ স্বাধীনতা সংগ্ৰামী, বিশিষ্ট লিখক ও প্ৰবন্ধকাৰ, "অসম ত্ৰিবুন" কাকতৰ প্ৰাক্তন সম্পাদক আৰু ভাৰত চৰকাৰৰ দ্বাৰা পদ্মশ্ৰী সন্মানেৰে বিভূষিত, অসমৰ সকলো শ্ৰেণীৰ লোকৰে সন্মানীয় ব্যক্তি।

# কৰ্ম্মযোগী ডাক্তৰ ভূমিধৰ বৰ্ম্মন

✍ শ্রীকমলেশ্বৰ বৰা

স্বাধীনতা আন্দোলনৰ সম্পূৰ্ণ কাল জুৰি আৰু স্বাধীনোত্তৰ কালৰ দুই দশক জুৰি ভাৰতীয় জাতীয় কংগ্ৰেছেই আছিল অসম আৰু অসমীয়াৰ প্ৰতিনিধিত্ব কৰা জাতীয় অনুষ্ঠান। মহাত্মা গান্ধীৰ নেতৃত্বত আৰম্ভ হোৱা স্বাধীনতাৰ সংগ্ৰামত অসমৰ সুযোগ্য সন্তান গোপীনাথ বৰদলৈ, মহেন্দ্ৰ মোহন চৌধুৰী, হেম বৰুৱা, অমিয় কুমাৰ দাস, বিষ্ণুৰাম মেধী, ফকৰুদ্দিন আলি আহমদ, মতিৰাম বৰা, বিজয় চন্দ্ৰ ভাগৱতী, দেৱেশ্বৰ শৰ্মা, পুষ্পলতা দাস, দেৱকান্ত বৰুৱা, চন্দ্ৰ প্ৰভা শইকীয়াণী, বিমলাপ্ৰসাদ চলিহা, অৰুণ কুমাৰ চনদ, বৈদ্যনাথ মুখাৰ্জী, মহম্মদ তৈয়বুল্লা, বসন্ত দাস আদি অনেকে যোগদান কৰিছিল। সমগ্ৰ ভাৰতবৰ্ষৰ স্বাধীনতা সংগ্ৰামৰ পটভূমিত অসমৰ স্বাৰ্থৰক্ষাৰ কথাত অসমৰ নেতৃবৃন্দই বিবেচনা কৰিছিল। কেবিনেট মিছনৰ প্ৰস্তাৱিত গ্ৰুপিংৰ বিৰুদ্ধে অসমৰ স্বাৰ্থতে গোপীনাথ বৰদলৈয়ে অন্য নেতাসকলৰ সহযোগত সৰ্ব্বভাৰতীয় নেতৃবৃন্দৰ সিদ্ধান্তৰ বিপৰীতে গৈ মহাত্মা গান্ধীৰ আশীৰ্ব্বাদ পুষ্ট হৈ অসমক ৰক্ষা কৰিছিল। বৰদলৈৰ পিচত বিষ্ণুৰাম মেধী, মহেন্দ্ৰ চৌধুৰী আদিয়ে পূৰ্ব্ব বঙ্গৰ পৰা অবাৰিত গতিত হৈ থকা প্ৰব্ৰজনৰ বিৰুদ্ধে খিলঞ্জীয়া জনজাতি আৰু অন্য সকলৰ স্বাৰ্থ ৰক্ষাৰ্থে আপ্ৰাণ চেষ্টা কৰিছিল। যদিও স্বাধীনতা আন্দোলনৰ সময়ত ডঃ ভূমিধৰ বৰ্ম্মনৰ বয়স কম আছিল তথাপিও ছাত্ৰ হিচাপে তেখেতৰ মনত দেশ মাতৃকাৰ মুক্তিৰ আন্দোলনে যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিছিল। ডাক্তৰী শিক্ষা সমাপনৰ পাচত যেতিয়া চিকিৎসা সেৱা আৰম্ভ কৰিলে, ডাঃ বৰ্ম্মনে আমাৰ দেশৰ জনগণৰ প্ৰকৃত ৰূপ দেখিবলৈ পালে। দুবেলা দুমুঠি পেট ভৰাই খাবলৈ নোপোৱা দৰিদ্ৰ জন সাধাৰণৰ অৱস্থা দেখি ডেকা ডাক্তৰ ভূমিধৰৰ মন সেমেকি উঠিল। টকা পইচাক তুচ্চ জ্ঞান কৰি দৰিদ্ৰ জনগণৰ সেৱাত জপিয়াই পৰিল। মহাত্মা গান্ধীৰ আদৰ্শৰে পুষ্ট ভূমিধৰ বৰ্ম্মনৰ সেৱাই সকলো ৰাইজৰ মন মুহিলে। দেশনেতা মহেন্দ্ৰ মোহন চৌধুৰীৰ সংস্পৰ্শলৈ

আহি ডেকা ডাক্তৰ ভূমিধৰ অনুপ্ৰাণিত হ'ল আৰু জাতীয় কংগ্ৰেছত যোগদান কৰি নতুন উদ্যমেৰে দেশ আৰু জনগণৰ সেৱাত নামি পৰিল। জনগণেও তেওঁলোকৰ নেতা হিচাপে ডাক্তৰ বৰ্ম্মনক অসম বিধান সভালৈ নিৰ্ব্বাচিত কৰিলে। ৰাজ্যিক মন্ত্ৰী, পূৰ্ণ পৰ্য্যায়ৰ মন্ত্ৰীৰ পৰা ডাক্তৰ বৰ্ম্মনে অলপ দিনৰ কাৰণে হলেও অসমৰ মুখ্যমন্ত্ৰীৰ আসন অলঙ্কৃত কৰি তেখেতৰ প্ৰতিভা আৰু ব্যক্তিত্বৰ পৰিচয় দিলে।

অসম চৰকাৰৰ স্বাস্থ্য সচিব আৰু আয়ুক্ত হিচাপে স্বাস্থ্য মন্ত্ৰী ডাক্তৰ ভূমিধৰ বৰ্ম্মনক নিচেই কাষৰ পৰা পাইছিলো। তেখেতৰ দূৰদৰ্শিতা, একাগ্ৰতা, শৃঙ্খলাবোধ আৰু বঞ্চিত জনগণৰ প্ৰতি থকা সহানুভূতিয়ে তেখেতক জনগণৰ অবিসম্বাদী নেতালৈ ৰূপান্তৰ কৰিছিল। দৃঢ়মনা ডাক্তৰ বৰ্ম্মনৰ ওপৰত সন্ত্ৰাসবাদীয়ে কেবাবাৰো আক্ৰমণ চলাইছিল। কিন্তু এনে কাপুৰুচিত কাৰ্য্যই তেখেতৰ মনোবল হ্ৰাস কৰাতকৈ অধিক শক্তিশালী কৰি তুলিছিল। মন্ত্ৰীৰূপে তেখেতৰ কাৰ্য্যকালত কেবাটাও ঐতিহাসিক সিদ্ধান্ত গ্ৰহণ কৰিছিল। তাৰে ভিতৰত এটা আছিল চিকিৎসা মহাবিদ্যালয়ৰ শিক্ষক সকলৰ প্ৰাইভেট প্ৰেক্টিচ বন্ধ কৰি ক্ষতিপূৰণ ভাট্টা দিয়াটো যাতে চিকিৎসা মহাবিদ্যালয়ৰ প্ৰশিক্ষণ আৰু হস্পিটেলৰ চিকিৎসা সেৱাৰ উন্নতি সাধিব পৰা হয়। এইটো এটা বৈপ্লৱিক পদক্ষেপ আছিল, কাৰণ এই ব্যৱস্থা নলবৰ কাৰণে মন্ত্ৰী হিচাপে তেখেতৰ ওপৰত বিভিন্ন দিশৰ পৰাই চাপ পৰিছিল। তেতিয়া সৰ্ব্বসাধাৰণৰ অভিযোগ আছিল যে চিকিৎসা মহাবিদ্যালয়ৰ শিক্ষক সকলে ব্যক্তিগত স্বাৰ্থত প্ৰশিক্ষণতকৈও প্ৰাইভেট প্ৰেক্টিচত অধিক মনোযোগ দিযাত ছাত্ৰসকলৰ প্ৰশিক্ষণ আৰু হস্পিটেলৰ ৰোগীসকলৰ চিকিৎসা সেৱা ক্ষতিগ্ৰস্ত হৈছিল।

গুৱাহাটী মেডিকেল কলেজখন নৈৰ পাৰত পুৰণা চিভিল হস্পিটেলৰ ঘৰসমূহ সম্প্ৰসাৰণ কৰি অস্বাস্থ্যকৰ পৰিবেশত চলি আছিল। ইতিমধ্যে কোটি কোটি টকা ব্যয় কৰি বৰ্ত্তমানৰ বিশাল ভৱনটো নিৰ্ম্মাণ কৰা হৈছিল আৰু এনেয়ে খালি পৰি থকা স্বত্বেও জ্যেষ্ঠ ডাক্তৰ সকল পানবজাৰ এৰি নতুন ঘৰটোলৈ আহিবলৈ অমান্তি হৈছিল। ডাক্তৰ বৰ্ম্মনে মন্ত্ৰী হিচাপে সিদ্ধান্ত ললে যে সঙ্কীৰ্ণ পৰিবেশৰ পৰা নতুন ঘৰটোলৈ মেডিকেল কলেজ স্থানান্তৰিত কৰিব লাগে। এই সিদ্ধান্তৰ বিৰুদ্ধে দুই এজন জ্যেষ্ঠ ডাক্তৰৰ বাহিৰে বাকীসকল মাৰ বান্ধি উঠিছিল।

তেওঁলোকৰ কেবাজনো ডাক্তৰ বৰ্ম্মনৰ শিক্ষাগুৰুও আছিল আৰু মন্ত্ৰী মহোদয়ৰ সিদ্ধান্ত সলনি কৰিবলৈ যথেষ্ট চাপ দিছিল। কিন্তু দৃঢ়মনা ডাক্তৰ বৰ্ম্মনে এই হেঁচাৰ বিৰুদ্ধে নিজৰ সিদ্ধান্তত অটল থাকি মেডিকেল কলেজখন নতুন ঘৰটোলৈ স্থানান্তৰিত কৰি স্বাস্থ্যৰ পৰিবেশ উন্নত কৰিবলৈ সক্ষম হৈছিল। কেবাটাও বিভাগত স্নাতকোত্তৰ শিক্ষা প্ৰৱৰ্ত্তনৰ ক্ষেত্ৰত মন্ত্ৰী মহোদয়ে অশেষ অৰিহণা যোগাইছিল। তাৰোপৰি মেডিকেল কলেজৰ হস্পিটেলৰ প্ৰশাসন আৰু পৰিৱেশ উন্নত কৰিবলৈ কৰ্ণেল বৰগোঁহাঞিৰ দৰে লোকৰ সেৱা গ্ৰহণ কৰি ডাক্তৰ বৰ্ম্মনে গুৱাহাটী মেডিকেল কলেজৰ প্ৰভূত উন্নতি সাধন কৰিছিল। গুৱাহাটী তথা অসমৰ বিভিন্ন চহৰে নগৰে কাঠফুলাৰ দৰে জন্ম লাভ কৰা কিছুসংখ্যক ব্যক্তিগত "নাচিং হোম" নিয়ন্ত্ৰণ কৰাৰ উদ্দেশ্যে "Assam Health Establishment" বিলখন তেখেতৰ দিনতে প্ৰস্তুত কৰা হৈছিল আৰু ৰাজ্য বিধান সভাতো গৃহীত হৈছিল। মাননীয় ৰাজ্যপাল মহোদয়ৰ দ্বাৰা ১৯৯৩ চনৰ ২৪ ডিচেম্বৰত অনুমোদিত হৈছিল।

পাঁচবছৰীয়া পৰিকল্পনাৰ অধীনত কেবাখনো ৩০ খন বিচনাযুক্ত ৰুৰেল হস্পিটেল আৰু প্ৰাথমিক স্বাস্থ্য কেন্দ্ৰ আদি খুলি স্বাস্থ্য সেৱা অনাদৃত আৰু পিচ পৰা অঞ্চললৈ সম্প্ৰসাৰিত কৰিছিল।

তেখেত জনতাৰ মানুহ আছিল আৰু সেইকাৰণে গাওঁ অঞ্চলত অতি জনপ্ৰিয়। তেখেতৰ সৰলতা আৰু ব্যক্তিত্বই আমাৰ মনত চিৰস্থায়ী চাপ বহুৱাইছিল। তেখেতৰ সুদীৰ্ঘ কৰ্ম্মময় জীৱনে নিশ্চয় তেখেতক উত্তৰোত্তৰ উন্নতিৰ পথত বহুদূৰ আগুৱাই নিব। তেখেত প্ৰকৃত কৰ্ম্মযোগী। মই নিজে কোনো ৰাজনৈতিক দলৰ সভ্য নহওঁ। কিন্তু এই কথা নিশ্চিত যে আজিলৈকে হোৱা স্বাস্থ্যমন্ত্ৰী সকলৰ ভিতৰত ডাক্তৰ ভূমিধৰ বৰ্ম্মন এজন শ্ৰেষ্ঠতম মন্ত্ৰী।

---

**লিখক এগৰাকী প্ৰসিদ্ধ লিখক ও সাহিত্যিক, এজন দক্ষ ভাৰতীয় প্ৰশাসনিক বিষয়া আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ প্ৰাক্তন উপাচাৰ্য্য, বিশিষ্ট সমাজকৰ্মী।**

# অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী ডাঃ ভূমিধৰ বৰ্মন

✍ শ্ৰীফটিক চন্দ্ৰ গগৈ



১৯৩১ চনৰ ১২ আগষ্ট তাৰিখৰ এটা শুভদিনৰ মহেন্দ্ৰক্ষণত এটি অবুজ সন্তানে শিশুৰূপে পৃথিবীলৈ আহি পৰিয়াল বৰ্গক আনন্দৰ হাঁহি বিলাইছিল। ন জোনৰ দৰে কলাকলাকৈ বৃদ্ধি পাই আজিকালি এই শিশুটিয়েই জনগণৰ মাজত ডাঃ বৰ্মন ৰূপে পৰিচিত হৈছে। জীৱনৰ খলাবমা পথেদি খোজ দি যাওঁতে তেখেতে বহুতো বাধাবিঘিনি অতিক্ৰম কৰিব লগা হৈছে। সেই কাহিনী বিলাকৰ বিষয়ে সদ্যহতে আলোচনাৰ পৰা বিৰত থাকিলোঁ।

ডাঃ বৰ্মনৰ জন্ম স্থান হ'ল নলবাৰী জিলাৰ বেলশৰ নামেৰে পৰিচিত এখন আওহতীয়া গাৱঁত। সৌ সিদিনালৈকে জোন বেলিৰ পোহৰে হয়তো বেলশৰ গাৱঁৰ পৰিবেশ উদ্ভাসিত কৰিব পৰা নাছিলেই। এনে এখন আভ্যন্তৰীণ গাৱঁত জন্ম লাভ কৰিও ডাঃ বৰ্মনে জনহিতকৰ কাম কাজত ওতঃপ্ৰোত ভাৱে জড়িত হৈ বহুতো জন কল্যাণ মূলক কাম কৰি আহিছে আৰু ভৱিষ্যতেও আজীৱন কাল কৰি থকাৰ ইংগিত বহন কৰিছে।

ডাঃ বৰ্মনৰ পিতৃ আছিল প্ৰয়াত ভকত ৰাম বৰ্মন। মাতৃ প্ৰয়াত মাথো প্ৰিয়া বৰ্মন। ভকত ৰাম বৰ্মনে ব্যৱসায় বাণিজ্যত একাগ্ৰচিত্তে মনোনিবেশ কৰি জীৱন ধাৰণৰ পথ উদ্ভাৱন কৰি লৈছিল। তেখেতে পুত্ৰ ডাঃ বৰ্মনক প্ৰাথমিক শিক্ষা অৰ্জন কৰিবৰ বাবে গাৱঁৰে বেলশৰ প্ৰাইমেৰী স্কুলত নাম ভৰ্ত্তি কৰি দিছিল। পিতৃ বাক্য শিৰোধাৰ্য কৰি তেখেতে ১৯৫১চনত টিহু হাইস্কুলৰ পৰা মেট্ৰিকুলেচন পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হৈ গুৱাহাটীৰ কটন কলেজৰ বিজ্ঞান শাখাত নাম ভৰ্ত্তি কৰে। সেইখন মহাবিদ্যালয়ৰ পৰাই তেখেতে আই এছ ছি পৰীক্ষাত

কৃতকাৰ্যতা লাভ কৰি ১৯৫৩ চনত ডিব্ৰুগড়ৰ মেডিকেল কলেজত নাম ভৰ্ত্তি কৰেগৈ। ১৯৫৮ চনত তেখেতে মেডিকেল কলেজৰ পৰা এম বি বি এছ ডিগ্ৰী লাভ কৰি ঘৰমুৱা হয়। জনগণৰ সেৱাত ব্ৰতী হোৱাৰ মানসেৰে তেখেতে গাৱঁতে এখন ক্লিনিক প্ৰতিষ্ঠা কৰি চিকিৎসা সেৱাৰ পাতনি মেলে।

ইয়াৰ প্ৰায় ৫ বছৰৰ অন্তত তেখেতে অসম চিকিৎসা বিভাগৰ সহকাৰী চিকিৎসা বিষয়া ৰূপে চৰকাৰী কামত যোগদান দিয়ে আৰু ১৯৬৬ চনলৈকে চাকৰি জীৱনৰ সোৱাদ লয়। কিন্তু বৰ্মন ডাঙৰীয়াই উচ্চাভিলাসী মন আৰু জনসেৱাৰ একান্ত অভিলাসত বন্দী হৈ তেওঁৰ চাকৰি জীৱনৰ সামৰণি মৰাৰ সিদ্ধান্তত উপনীত হয়।

১৯৬৭ চনত তেওঁ চাকৰি ইস্তফা দি ভাৰতীয় জাতীয় কংগ্ৰেছত যোগদান দিয়ে। সেই চনৰে সাধাৰণ নিৰ্বাচনত প্ৰাৰ্থী ৰূপে অৱতীৰ্ণ হৈ পশ্চিম নলবাৰী সমষ্টিৰ পৰা বিধান সভালৈ বিধায়ক ৰূপে নিৰ্বাচিত হয়। সেই একে সমষ্টিৰ পৰা তেখেতে নিৰ্বাচন যুদ্ধত প্ৰতিদ্বন্দ্বিতা কৰি অসমৰ বিধান সভালৈ পুনৰবাৰ নিৰ্বাচিত হয়। সেই কালৰ অসমৰ মুখ্যমন্ত্ৰী স্বনামধন্য শ্ৰীশৰৎ চন্দ্ৰ সিংহ দেৱৰ নেতৃত্বত গঠিত হোৱা মন্ত্ৰীসভাত তেখেতে ৰাজহ ও শিক্ষা বিভাগৰ ৰাজ্যিক মন্ত্ৰীৰূপে নিয়োজিত হৈ নিজৰ যোগ্যতা প্ৰতিপন্ন কৰে।

১৯৮৩ চনত তেখেতে নলবাৰী সমষ্টিৰ পৰা তৃতীয়বাৰৰ বাবে নিৰ্বাচনত জয়যুক্ত হৈ প্ৰয়াত কৰ্মশ্ৰী হিতেশ্বৰ শইকীয়াৰ মন্ত্ৰীসভাত স্বাস্থ্য আৰু পৰিয়াল কল্যাণ দপ্তৰত পূৰ্ণ পৰ্য্যায়ৰ মন্ত্ৰীৰূপে নিয়োজিত হয়। অকল সেয়ে নহয়। ১৯৯১ চনত তেখেতে বৰক্ষেত্ৰী সমষ্টিৰ পৰা বিধায়ক ৰূপে নিৰ্বাচিত হৈ পুনৰ শিক্ষা মন্ত্ৰী আৰু পাচত পঞ্চায়ত, জনস্বাস্থ্য আৰু পৰিয়াল কল্যাণ ও অসম চুক্তি ৰূপায়ন বিভাগৰ মন্ত্ৰী ৰূপে কাৰ্য্যনিৰ্বাহ কৰি নিজৰ যোগ্যতা সাব্যস্ত কৰে। উল্লেখ্য যে ১৯৮৫ চনত তেখেতে অৰ্থনৈতিক আৰু উন্নয়ন বিভাগৰ সভাপতি ৰূপে দক্ষতাৰে কাৰ্যনিৰ্বাহ কৰি সুদক্ষ প্ৰশাসকৰূপে প্ৰতিষ্ঠা লাভ কৰিবলৈ সক্ষম হৈছিল।

১৯৮৯-৯১ চনত নলবাৰী জিলা কংগ্ৰেছৰ সভাপতি, ১৯৮৫-৮৬ চনত অসম ৰাজ্যিক কংগ্ৰেছৰ সাধাৰণ সম্পাদক ৰূপে তেখেতে যোগ্যতাৰে কাৰ্য পৰিচালনা কৰিছিল। ১৯৯১ চনত অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ উপ সভাপতি ৰূপে নিৰ্ব্বাচিত

হৈছিল। তদুপৰি এই দায়িত্ব বহন কৰিবৰ বাবে ১৯৯৭-৯৮ চনত পুনৰবাৰ নিৰ্বাচিত হৈছিল। সবাতোকৈ ওপৰত উল্লেখ্য যে কৰ্মশ্ৰী প্ৰয়াত হিতেশ্বৰ শইকীয়াৰ আকস্মিক বিয়োগত উদ্ভৱ হোৱা অসমৰ ৰাজনৈতিক বিপৰ্যয়ত ডাঃ বৰ্মনেই যোগ্য ব্যক্তিৰূপে মুখ্যমন্ত্ৰীৰ আসন অলংকৃত কৰিছিল।

ডাঃ ভূমিধৰ বৰ্মনৰ কৰ্মময় জীৱনৰ ৰসময় কাহিনী ইমানতে শেষ হোৱা নাই। ৰাইজ আৰু দেশৰ বাবে আজিও তেখেতে নেৰানেপেৰাকৈ কাম কৰি আছে আৰু একে উদ্যমেৰে ভৱিষ্যতে কৰি থকাৰ ইংগিত বহন কৰিছে। বৰ্মন দেৱৰ ৭০ বছৰ পূৰ্তিৰ শুভলগনত তেখেতলৈ অসীম শ্ৰদ্ধা আৰু শুভেচ্ছা জ্ঞাপন কৰিছো। তেখেতৰ সুস্বাস্থ্য আৰু দীৰ্ঘজীৱন কামনাৰে সামৰিছোঁ। ওম শান্তি, শান্তি, শান্তি।

---

লিখক শ্ৰীফটিক চন্দ্ৰ গগৈ, আই. এফ এচ. অৱসৰ প্ৰাপ্ত মুখ্য বন সংৰক্ষক (সাহিত্যিক পেঞ্চনাৰ) প্ৰাক্তন মুখ্য বন্যপ্ৰাণী প্ৰৱন্ধক মেঘালয়, ইন্টাৰনেচনেল ইউনিয়ন ফৰ কনজাৰভেচন অৱ নেচাৰ এণ্ড নেচাৰেল ৰিচোৰচেচ। স্পেচিয়েল চাৰ্ভাইভেল কমিচন, এচিয়ান এলিফেন্ট গ্ৰুপ, নৰ্থ ইষ্ট ইণ্ডিয়া টাস্ক ফৰ্চ, কেবাখনো বিখ্যাত গ্ৰন্থৰ লিখক, ড° আম্বেদকাৰ ফেলোশ্বিপ বঁটা বিজয়ী আৰু সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ।

# শুভ্ৰ বস্ত্ৰেৰে ডাঃ ভূমিধৰ বৰ্মন

হেমভাই

কেতিয়াবা কেতিয়াবা অনাহক কাৰণত কাজিয়া কৰিও ভাল লাগে। এই ধৰক বগা-ক'লাক লৈ। এই কাজিয়াখন আৰম্ভ কৰি দিলেই মোৰ ছোৱালী দুজনী এফালে হ'ব আৰু মই অন্যফালে হ'ম। যথেষ্ট দেৰিলৈকে যুদ্ধ চলি থাকিব। সিহঁতি বগা পদুমফুল, বগা জোনটো, বগা গাখীৰ, বগা বগলী কেনেকৈ ভাল আৰু ক'লা কাউৰী, ক'লা শগুণ, ক'লা অসুৰবিলাক কেনেকৈ বেয়া তাক শক্তিশালী যুক্তি দি মোক পৰাস্ত কৰিবলৈ আপ্ৰাণ চেষ্টা কৰিব। ময়ো সৰুসুৰা যুক্তি দি ক'লা কেনেকৈ ভাল কৰবলৈ যত্ন কৰো কিন্তু মোৰ দুৰ্বল যুক্তি বিলাকক কাটি তাতোতকৈও শক্তিশালী যুক্তি ডাঙি ধৰি মোক পৰাস্ত কৰাৰ আনন্দ লভোতেই মই এপাট অস্ত্ৰ মাৰি দিও 'শ্ৰেষ্ঠ বস্তুটো ওপৰত আৰু কনিষ্ঠ বস্তুটো তলত নাথাকে জানো?' -- মোৰ প্ৰশ্ন "হয় থাকে।" সিহঁতৰ এজনীৰ উত্তৰ। "তেন্তে মানুহৰ একেবাৰে ওপৰত কি থাকে ?" অলপ ভাবি চিন্তি — "চুলি থাকে।"

"চুলি বগা নে ক'লা?"

"ক'লা।"

'আৰু বগা হ'লেও কি লগায় লয়?'

"ক'লা ৰঙ।"

কিয় ?" -- উত্তৰ নাই।

উত্তৰ নোহোৱাটোৰ লাভলৈ আকৌ সোধো --

"চেলাউৰী জোৰ বগানে ক'লা?"

"ক'লা।"

"ৰাষ্ট্ৰপতিৰ ঘৰটোৰ ওপৰটো বগানে ক'লা?"

"ক'লা ৰঙৰ।"

"তেন্তে?"

ডাঙৰ জনী ৰয়, সৰুজনীয়ে ভে ভেকৈ কান্দিবলৈ ধৰে। কথাটো বেয়া হোৱা জানি মই কোঁচতলৈ মৰম কৰি কওঁ — বগা-ক'লা ভেদটো ওপৰৰহে। বগা আৰু ক'লা দুয়োজনৰে তেজ ৰঙাই। ভাৱনা, অনুভূতি সুখ-দুখ, জ্ঞান-গৰিমা দুয়োজনৰ একেই। ভিতৰত থকা হৃদয় আৰু আত্মা দুইজনৰে একেই। ক'লা-ব্যক্তিয়েও জগতত বহুত মহান কাম কৰিছে — মহামুনি ব্যাস ক'লা আছিল, শ্ৰীশুকদেৱ ক'লা আছিল, মাৰ্টিন লুথাৰ কিং ক'লা আছিল, মহাত্মাগান্ধীও ক'লাই আছিল।

তেতিয়া সিহঁতি বুজে। মনে মনে থাকে। ভাবে। কেতিয়াবা কেতিয়াবা 'বগা' হৈও কেনেকৈ সংসাৰলৈ দুখ আনে সেয়াও কোৱা হয়। চয়তানৰ পূৰ্ব জন্ম লুচিফাৰ বগা আছিল, বিশ্বযুদ্ধ মাতি অনা আৰু ৬০ লাখ য়ুহুদিক হত্যা কৰা এডলফ আইক্‌মেন হিটলাৰ বগাই আছিল। তাৎপৰ্য্য, বগা-ক'লাকলৈ মানুহৰ মূল্য মাপন নহয় — হয় হৃদয়ৰ শুদ্ধতা আৰু কৰ্মৰ নিৰ্মলতা লৈহে।

অসমত এজন বৰ ধুনীয়া ক'লা মানুহ আছে। তেখেত মোৰ দৰে ম'হ ক'লা নহয়, বা কোনোবাজনৰ দৰে কেৰাহি ক'লা নহয় বৰঞ্চ জামুক ক'লাৰ নিচিনা। তাতে ধুনীয়া ধুনীয়া দাঁত কেইটাই বৰ সৌন্দৰ্য্য বঢ়াইছে এই বয়সতো। এইজন ধুনীয়া মানুহ নলবাৰী জিলাৰ বেলশৰ নিবাসী ডাঃ ভূমিধৰ বৰ্মন। মানুহজন কলীয়া ধুনীয়াতো হয়েই কিন্তু তেখেতৰ খাদী নিষ্ঠাই তেখেতক আৰু ধুনীয়া কৰি তুলিছে। হয়। তেখেত এজন ডাক্তৰ, হাড়ে হিমজুৱে এজন কংগ্ৰেছী আৰু খাদী পিন্ধা কংগ্ৰেছী।

আমি সেইজন ৰাজনীতিজ্ঞক সন্মান কৰো যি জনে নিষ্ঠাৰে ৰাজনীতি কৰিছে এটা দলত লাগিছে, কোনো প্ৰলোভনে টলাব পৰা নাই, ব্যক্তিগত লাভৰ চিন্তাতকৈও আদৰ্শৰ কাৰণে কাম কৰি গৈছে — অৰ্থাৎ টুপী বদলোৱা নাই, অৰ্থাৎ দল বাগৰা নাই। এনে নিষ্ঠাবান বহুলোক আছিল আৰু কম হ'লেও আজিও আছে। সেইজন ব্যক্তি সাম্যবাদীয়েই হওক বা সমাজবাদীয়েই হওক, কংগ্ৰেছীয়েই হওক বা গণ পৰিষদয়েই হওক। কেতিয়াবা কেতিয়াবা দল বিলাকত বিপৰ্য্যয় ঘটে — কিন্তু সেইবুলি সেই দলৰ আদৰ্শৰতো বিপৰ্যয় নঘটে। তেনে অৰ্থত

বিপৰ্যয়ৰ সময়ত এৰি যোৱা জন কেনে ব্যক্তি হ'ব? এনে ব্যক্তিয়ে জন মানসত কেতিয়াও স্থান লাভ কৰিব নোৱাৰে।

ডাঃ ভূমিধৰ বৰ্মনক ভাল পোৱাৰ কেইবাটাও কাৰণৰ ভিতৰত এটা প্ৰমুখ কাৰণ হ'ল -- মানুহজনৰ কংগ্ৰেছ নিষ্ঠা। কংগ্ৰেছৰ ওপৰেদি বহুত ধুমুহা পাৰ হৈছে। বহু কংগ্ৰেছী ধুমুহাৰ কোবত উঠি গ'ল। কিন্তু ডাঃ বৰ্মনে শিপা ইমান তললৈকে লৈ গ'ল যে এতিয়ালৈকে তেখেত স্থিৰ হৈ থিয় দি আছে আৰু নামনি অসমৰ এজন শক্তিশালী কংগ্ৰেছী নেতা হিচাবে নিষ্ঠাৰে কাম কৰি আছে। এতিয়ালৈকে' এই শব্দটো জানি বুজি ব্যৱহাৰ কৰা হৈছে কাৰণ আমি নাজানো কালিলৈ ডাঃ বৰ্মন ডাঙৰীয়াই এই নিষ্ঠা বৰ্তাই ৰাখিবনে নাঁৰাখে। আমাৰ দৃঢ় বিশ্বাস যে তেখেতে নিষ্ঠা বৰ্ত্তাই ৰাখিব আৰু এই বৰ্ত্তাই ৰখাতহে তেখেতৰ শক্তি বাঢ়িব।

কম সময়ৰ কাৰণে হ'লেও অসমৰ মুখ্যমন্ত্ৰীৰ নিচিনা পদত অধিস্থিত হোৱাটো ডাঃ ভূমিধৰ বৰ্মন ডাঙৰীয়াৰ কাৰণে কম গৌৰৱৰ কথা নহয়। নৰম-গৰম দুয়োটা গতি এৰি মধ্যম পন্থ  অৱলম্বন কৰা ডাঃ বৰ্মন ডাঙৰীয়াই আৰু সময় পোৱা হ'লে অসমৰ কাৰণে ডাঙৰ অৱদান দিব পাৰিলহেতেন। ৰাজনীতিত জয় পৰাজয়, উত্থান-পতন থাকেই। ই সাধাৰণ কথা। আজি কোনোবা ঠাইত কেইটামান ভোটত হাৰিছে যদিও কালিলৈ হয়তো বিজয়ী হ'ব। হয়তো ডাঙৰ দায়িত্ব তেখেতৰ কান্ধত পৰিবও পাৰে।

কিন্তু নলবাৰী জিলাত, বিশেষকৈ ককয়াবৰ্ণীবাৰী, বেলশৰ-সৰুক্ষেত্ৰী, বৰক্ষেত্ৰী অঞ্চলত সঘনাই ঘূৰি ফুৰোতে এটা কথা ভালদৰে উপলব্ধি কৰিলোঁ যে ডাক্তৰ ভূমিধৰ বৰ্মন বোলা ব্যক্তিজনক জনগণে এজন নিপুণ, কৰ্মঠ, মানৱতাবাদী, দৰদী হৃদয়ৰ ডাক্তৰ বুলিহে ভালপায়, তেখেতক ডাক্তৰ হিচাবেহে জনগণে স্বীকৃতি দিয়ে, আদৰিব বিচাৰে। বজালীৰ স্বনামধন্য ডা. কৃষ্ণকান্ত লহকৰ দেউতাই হওক বা বৰক্ষেত্ৰীৰ ডাঃ বৰ্মনেই হওক -- এই সকল ৰাইজৰ কাৰণে ৰাজনীতিজ্ঞ নহয় -- বৰঞ্চ একো একোজন আদৰ্শ ডাক্তৰহে।

ডাঃ ভূমিধৰ বৰ্মন আছিল দুখীয়াৰ ডাক্তৰ। ডাক্তৰ ফিজ কেইটা দিব নোৱাৰা সকলৰ ডাক্তৰ, ৰোগ দেখুৱাই ঘৰলৈ ঘূৰি যাবলৈ ভাড়া নোহোৱাসকলৰ ডাক্তৰ। সেইকাৰণে গাৱে-ভূঁএে ৰাইজে 'ভূমি ডাক্তৰ' বুলিহে জানে বা ভাল পায়।

কলিযুগৰ অসম মুলুখত যদি 'ৰাখে হৰি মাৰে কোনে'ৰ এটা উত্তম নমুনা কোনোবাই চাব খোজে তেন্তে ডাঃ ভূমিধৰ বৰ্মন ডাঙৰীয়াৰ জীৱনত সকলোৱে চাব পাৰে। যি অৱস্থাত ডাঃ বৰ্মন উগ্ৰপন্থীৰ মাৰাত্মক আক্ৰমণৰ পৰা বাচি গৈছে সঁচাকৈয়ে ভাবি আচৰিত লাগে। বৰ্মনৰ ঈশ্বৰ নিষ্ঠা আৰু জীৱন নিষ্ঠা দুয়োটাই তেখেতক কঠিন পৰিস্থিতিতো আগবাঢ়িবলৈ প্ৰেৰণা যোগাইছে।

ডাঃ ভূমিধৰ বৰ্মন জীৱন যাত্ৰাত আগবাঢ়ক এয়ে আমাৰ প্ৰাৰ্থনা।●

---

লিখক এগৰাকী সৰ্ব্বোদয় কৰ্ম্মী, বিশিষ্ট সমাজসেৱক, সুদক্ষ সংগঠক, গুৱাহাটীৰ (বশিষ্ঠাশ্ৰম) শান্তি সাধনা আশ্ৰমৰ প্ৰতিস্থাপক সম্পাদক, বিশিষ্ট লিখক, বহুকেইখন প্ৰখ্যাত ধৰ্ম্মীয় গ্ৰন্থ প্ৰনেতা, শ্ৰীমন্ত শঙ্কৰদেৱ আৰু আচাৰ্য্য বিনোবাভাৱেৰ একান্ত অনুগামী, সকলোৰে প্ৰিয় ও শ্ৰদ্ধাৰ।

# ডাঃ ভূমিধৰ বৰ্মন - মই যেনেদৰে জাঁনো

শ্ৰীনকুল দাস

১৯৬৭ চনত নলবাৰী (পশ্চিম) অসম বিধান সভালৈ নিৰ্ব্বাচিত হ'বৰে পৰা ডাঃ ভূমিধৰ বৰ্মনৰ সৈতে মোৰ ঘনিষ্ঠ সম্বন্ধ। সময় পাৰ হৈ যোৱাৰ লগে লগে এই সম্বন্ধও বাঢ়ি আহিছে। একনিষ্ঠ সমাজসেৱক হিচাপে ডাঃ বৰ্মন তেওঁৰ গুণগ্ৰাহীসকলৰ মাজত নিবিড়ভাবে পৰিচিত। ৰাজনৈতিক জীৱনত খলাবমাৰ সন্মুখীন হ'ব লগীয়াত পৰিছে যদিও সমাজসেৱাৰ প্ৰতি থকা একাগ্ৰতাৰ পৰা তেওঁ অকণো বিচলিত হোৱা নাই আৰু ৰাইজৰ মাজত তেওঁৰ জনপ্ৰিয়তাও অক্ষুন্ন আছে।

স্কুলীয়া ছাত্ৰ অৱস্থাৰ পৰাই সমাজ সচেতন ডাঃ বৰ্ম্মনে ছাত্ৰ আন্দোলনত সক্ৰিয় আৰু অগ্ৰণী ভূমিকা গ্ৰহণ কৰিছিল আৰু সেয়েই তেওঁক সক্ৰিয় ৰাজনীতিত জপিয়াই পৰিবলৈ অনুপ্ৰেৰণা যোগাইছিল। ডিব্ৰুগড়ৰ অসম মেডিকেল কলেজৰ পৰা সুখ্যাতিৰে ডাক্তৰী শিক্ষা সমাপন কৰাৰ পিছত অলপ দিনৰ বাবে চৰকাৰী চাকৰিত যোগদান কৰি তেওঁ এগৰাকী সু-চিকিৎসক হিচাপে অতি কম সময়ৰ ভিতৰতে প্ৰতিষ্ঠা লাভ কৰে আৰু সমাজৰ সকলো শ্ৰেণীৰ লোকৰ সমাদৰ লাভ কৰে। অসম বিধান সভালৈ ১৯৬৭ চনৰ সাধাৰণ নিৰ্বাচনত কংগ্ৰেছ দলৰ প্ৰাৰ্থী হিচাপে নিৰ্বাচিত হোৱাৰে পৰা ডাঃ বৰ্ম্মনে ভাৰতীয় জাতীয় কংগ্ৰেছৰ নীতি আৰু আদৰ্শক সাৰোগত কৰি দলটোৰ সাংগঠনিক ভিত্তি সবল কৰাত বলিষ্ঠ ভূমিকা গ্ৰহণ কৰে। ইয়াৰ স্বীকৃতি স্বৰূপে ১৯৭২ চনৰ সাধাৰণ নিৰ্বাচনত তেওঁ দ্বিতীয় বাৰ একেটা সমষ্টিৰ পৰাই অসম বিধান সভালৈ নিৰ্ব্বাচিত হোৱাত সেই সময়ত শ্ৰীশৰৎ চন্দ্ৰ সিংহৰ মন্ত্ৰীসভাত তেওঁ ৰাজহ আৰু শিক্ষা বিভাগৰ ৰাজ্যিক মন্ত্ৰী হিচাপে নিযুক্ত হয়। ৰাজ্যিক মন্ত্ৰী হিচাপেও তেওঁ ৰাজহ আৰু শিক্ষা বিভাগীয় কামকাজত দক্ষতাৰ পৰিচয় দিছিল। ১৯৭৭ চনত সমগ্ৰ দেশজুৰি নতুনকৈ গঠন

হোৱা জনতাদলৰ ৰাজনৈতিক উত্থান আৰু প্ৰভাৱৰ ফলত অসমতো কংগ্ৰেছ দল বিপৰ্য্যয়ৰ সন্মুখীন হয় আৰু সেই বছৰৰ বিধান সভাৰ নিৰ্ব্বাচনত জনতা দলৰ প্ৰাৰ্থীৰ হাতত ডাঃ বৰ্ম্মনে পৰাজয় বৰণ কৰে। নিৰ্ব্বাচনত পৰাজয়ে তেওঁৰ ৰাজনৈতিক জীৱনত কোনো প্ৰকাৰৰ নিৰাশা বা অৱসাদৰ সৃষ্টি কৰিব পৰা নাছিল। বৰঞ্চ তেওঁ বিশেষ উৎসাহ আৰু উদ্দীপনাৰে ৰাজ্যৰ ৰাজনীতিত জড়িত হৈ পৰিছিল আৰু গঠনমূলক কামত ব্ৰতী হৈছিল। নিস্বাৰ্থভাবে দুখীয়া জনসাধাৰণলৈ চিকিৎসা সেৱা আগবঢ়োৱাৰ উপৰি সকলোধৰণৰ ৰাজহুৱা আৰু সামাজিক কামকাজত তেওঁ লোৱা আগৰণুৱা ভূমিকাই সৰ্ব্বসাধাৰণ ৰাইজৰ মাজত তেওঁৰ সমাদৰ বৃদ্ধি কৰিছিল।

এই সময় ছোৱাত সদৌ অসম ছাত্ৰ সন্থা আৰু সদৌ অসম গণ সংগ্ৰাম পৰিষদৰ নেতৃত্বত বিদেশী নাগৰিক বহিষ্কাৰৰ বাবে সমগ্ৰ অসম জুৰি সৃষ্টি হোৱা অভূতপূৰ্ব্ব গণ আন্দোলনে অসমৰ কংগ্ৰেছ দলৰ প্ৰতি বিৰাট প্ৰত্যাহ্বান সৃষ্টি কৰিছিল। ৰাজ্যৰ কংগ্ৰেছ নেতা আৰু কৰ্ম্মীসকল এই আন্দোলনৰ ফলত বিশেষভাৱে ক্ষতিগ্ৰস্ত হৈছিল। সেই কেইটা বছৰ ৰাজ্যৰ কংগ্ৰেছ কৰ্ম্মীসকল এক বিৰাট সংকটৰ সন্মুখীন হ'বলগীয়া হৈছিল আৰু অধিকাংশই অনিশ্চয়তা আৰু সংশয়ৰ মাজত দিন কটাবলগীয়া হৈছিল। তেনে অনিশ্চয়তা আৰু ভয় সংশয়ৰ মাজতো ডাঃ বৰ্ম্মনে অতি সতৰ্কতাৰে আৰু নিৰ্ভীকভাৱে নিজৰ অঞ্চলত ৰাজনৈতিক আৰু সামাজিক কাম-কাজ অক্ষুন্ন ৰখাৰ কথাটো উল্লেখ কৰাটো নিশ্চয় অপ্ৰাসঙ্গিক নহ'ব।

এনে এক জটিল সন্ধিক্ষণত ৰাজনৈতিক আৰু সাংবিধানিক বাধ্য-বাধকতাত ৰাজ্যিক বিধান সভাৰ নিৰ্ব্বাচন ১৯৮৩ চনত পাতিবলগীয়া হোৱাত অসম আন্দোলনৰ নেতৃবৃন্দই এই নিৰ্ব্বাচনক "অবৈধ" বুলি ঘোষণা কৰি নিৰ্ব্বাচন বৰ্জন কৰাত এক অভাৱনীয় পৰিস্থিতিৰ সৃষ্টি হৈছিল। বহুকেইটা সমষ্টিত কংগ্ৰেছৰ মনোনীত প্ৰাৰ্থীয়ে নিৰ্ব্বাচনত অংশ গ্ৰহণ কৰিব নোৱাৰিছিল। এনে এক পৰিস্থিতিতো ডাঃ বৰ্ম্মন ধৰ্ম্মপুৰ সমষ্টিৰ পৰা সন্তোষজনকভাৱে ৰাইজৰ সমৰ্থন আৰু ভোট লাভ কৰি নিৰ্ব্বাচনত জয়যুক্ত হৈছিল। এই নিৰ্ব্বাচনত কংগ্ৰেছ দলে ক্ষমতা লাভ কৰাত প্ৰয়াত শ্ৰীহিতেশ্বৰ শইকীয়াৰ নেতৃত্বত গঠন হোৱা মন্ত্ৰী সভাত ডাঃ বৰ্ম্মনে স্বাস্থ্য আৰু পৰিয়াল কল্যাণ দপ্তৰৰ ভাৰ গ্ৰহণ কৰি অতি নিষ্ঠা



নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সভানেত্ৰী শ্ৰীমতী চোনিয়া গান্ধী, প্ৰাক্তন কংগ্ৰেছ সাংসদ শ্ৰীভূবনেশ্বৰ কলিতাৰ লগত ডাঃ ভূমিধৰ বৰ্মন।



নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সভানেত্ৰী মিছেচ চোনিয়া গান্ধীৰ লগত এক অন্তৰংগ আলাপ আলোচনাৰ মুহূৰ্ত্তত ডাঃ ভূমিধৰ বৰ্মন। লগতে কেন্দ্ৰীয় কংগ্ৰেছ কমিটিৰ সাধাৰণ সম্পাদক অস্কাৰ ফাৰ্ণাণ্ডেজকো দেখা গৈছে।



অসম ৰাজ্যিক পৰিকল্পনা পৰিষদৰ উপসভাপতি আৰু প্ৰাক্তন মন্ত্ৰী চিলবিউচ কন্দপান, অসমৰ মুখ্যমন্ত্ৰী মাননীয় শ্ৰীযুত তৰুণ গগৈদেৱ আৰু স্বাস্থ্য, পৰিয়াল পৰিকল্পনা, পঞ্চায়ত আৰু গ্ৰামোন্নয়ন মন্ত্ৰী ডাঃ ভূমিধৰ বৰ্মনদেৱ।



সৰু ল'ৰা-ছোৱালী ডাঃ ভূমিধৰ বৰ্মনৰ বৰ প্ৰিয়।
সৰু স্কুলীয়া ল'ৰা কিছুমানৰ মাজত তেখেতক দেখা গৈছে।

আৰু দক্ষতাৰে দুয়োটা দপ্তৰৰ কাম কাজত গতিশীলতা আনি দক্ষতা আৰু দূৰদৰ্শিতাৰ পৰিচয় দিছিল। এই মন্ত্ৰী সভাই এক অস্বাভাৱিক পৰিস্থিতিত সম্পূৰ্ণ কাৰ্য্যকাল তিষ্ঠি থাকিব নোৱাৰিলে যদিও নানা ধৰণৰ ঘটনাৱলীয়ে সৃষ্টি কৰা জটিল পৰিস্থিতিত বিশেষকৈ অসম আন্দোলনে সৃষ্টি কৰা পৰিস্থিতিত চৰকাৰৰ স্বাস্থ্য ও পৰিয়াল কল্যাণৰ গুৰুত্বপূৰ্ণ বিভাগৰ দায়িত্ব বহন কৰাটো কম গুৰুত্বপূৰ্ণ নাছিল। তেখেতৰ অক্লান্ত চেষ্টাতে পানবজাৰত থকা চিকিৎসা ও হস্পিটেল খন সম্পূৰ্ণভাৱে বৰ্ত্তমান স্থানলৈ স্থানান্তৰিত কৰা কাৰ্য্যৰ ও পানবজাৰত অসমৰ এজন মহান নেতা ˚ মহেন্দ্ৰ মোহন চৌধুৰীৰ স্মৃতিত বৰ্ত্তমান মহেন্দ্ৰ মোহন চৌধুৰী হস্পিটেলখন প্ৰতিষ্ঠা কৰা কাৰ্য্যক আমি সদায় সুঁৱৰিম। অসম আন্দোলনৰ নেতৃবৰ্গৰ নিৰ্দ্দেশত ৰাজ্যৰ মন্ত্ৰী বিধায়কসকল সমাজত প্ৰায় হেয়-প্ৰতিপন্ন হবলগীয়া হৈছিল। তেওঁলোক অনেকৰ জীৱনৰ প্ৰতি ভয়ানক ভাবুকিৰো সৃষ্টি হৈছিল। এনে ভাবুকিৰ সন্মুখীন হোৱা মন্ত্ৰীসকলৰ ভিতৰত ডাঃ বৰ্ম্মন অন্যতম আছিল বুলিলেও অত্যুক্তি কৰা নহয়। ইতিমধ্যে অসম আন্দোলন প্ৰবলতকৈও প্ৰবলতৰ হৈ উঠাত ৰাজ্যৰ শান্তি-শৃংখলা পৰিস্থিতি অভাৱনীয় বিপৰ্য্যয়ৰ সন্মুখীন হৈছিল। ৰাজ্যখনলৈ শান্তি-শৃংখলা আৰু স্বাভাৱিক অৱস্থা ঘূৰাই আনিবলৈ কংগ্ৰেছৰ উচ্চতম কৰ্ত্তৃপক্ষ আৰু কেন্দ্ৰীয় চৰকাৰ বিশেষভাৱে উৎকণ্ঠিত হৈ পৰাত অসম আন্দোলনৰ নেতৃবৃন্দৰ লগত সেইসময়ৰ প্ৰধানমন্ত্ৰী ৰাজীৱ গান্ধীয়ে দৃঢ় মনোবলেৰে ৰাজ্যৰ জটিল সমস্যাটোৰ সমাধান কল্পে চলোৱা প্ৰচেষ্টাৰ ফলত কেন্দ্ৰীয় চৰকাৰৰ লগত অসম আন্দোলনৰ নেতৃবৰ্গৰ (সদৌ অসম ছাত্ৰ সন্থা আৰু সদৌ অসম গণ সংগ্ৰাম পৰিষদৰ নেতৃবৃন্দ) ঐতিহাসিক অসম চুক্তি সম্পাদিত হয় ১৯৮৫ চনৰ ১৪ আগষ্টত। এই চুক্তিৰ ফলশ্ৰুতি হিচাপে প্ৰয়াত হিতেশ্বৰ শইকীয়া মন্ত্ৰীসভাই পদত্যাগ কৰিবলগীয়াত পৰে আৰু ৰাজ্যত ৰাষ্ট্ৰপতিৰ শাসন বলবৎ হয়। ইতিমধ্যে অসম আন্দোলনৰ নেতৃবৰ্গৰ উদ্যোগত "অসম গণ পৰিষদ" নামৰ নতুন আঞ্চলিক ৰাজনৈতিক দল গঠন হয়। বিদেশী বহিস্কাৰৰ বাবে ৰাজ্যত অভূতপূৰ্ব আন্দোলনৰ সৃষ্টিকাৰী নেতাসকলৰ দ্বাৰা গঠিত অসম গণ পৰিষদ দলে অসমৰ ৰাইজৰ বিপুল সমৰ্থন লাভ কৰে আৰু তাৰ ফলত ১৯৮৬ চনৰ বিধান সভাৰ নিৰ্ব্বাচনত জয়লাভ কৰে। এই নিৰ্ব্বাচনত ডাঃ বৰ্ম্মনে নলবাৰী জিলাৰ ধৰ্ম্মপুৰ সমষ্টিত কংগ্ৰেছ প্ৰাৰ্থী হিচাপে এক অভাৱনীয় সংকটপূৰ্ণ

পৰিস্থিতিত প্ৰতিদন্দ্বিতা কৰি অসম গণ পৰিষদৰ প্ৰাৰ্থীৰ হাতত পৰাজয় বৰণ কৰিবলগীয়াত পৰে। পৰাজয় বৰণ কৰিও ডাঃ বৰ্ম্মনে অকণো নিৰুৎসাহ হোৱা নাছিল আৰু কংগ্ৰেছৰ সাংগঠনিক কামকাজত কৰ্ম্মীসকলক উৎসাহ-উদ্দীপনা যোগাই দলৰ স্থিতি শক্তিশালী কৰাত ব্ৰতী হৈছিল।

১৯৯১ চনৰ মে মাহত হোৱা বিধান সভাৰ নিৰ্ব্বাচনত ডাঃ বৰ্ম্মন বৰক্ষেত্ৰী সমষ্টিৰ পৰা বিপুল ভোটাধিক্যত নিৰ্ব্বাচিত হয় আৰু প্ৰয়াত হিতেশ্বৰ শইকীয়াৰ মন্ত্ৰী সভাত পঞ্চায়তী ৰাজ, শিক্ষা, স্বাস্থ্য আৰু পৰিয়াল কল্যাণ আৰু অসম চুক্তি ৰূপায়ন দপ্তৰৰ ভাৰ গ্ৰহণ কৰে। অসম গণ পৰিষদৰ শাসনকালত এই দপ্তৰ কেইটাত ঘটা বহুতো বেমেজালি আৰু অপশাসন আঁতৰাবৰ কাৰণে ডাঃ বৰ্ম্মনে বিভাগীয় কাম-কাজত বলিষ্ঠ ভূমিকা লবলগীয়া হৈছিল।

প্ৰশাসনীয় ক্ষেত্ৰত সুদক্ষ ভূমিকা লোৱাৰ উপৰি তেওঁ কংগ্ৰেছৰ আনুষ্ঠানিক কাম-কাজত আৰু উগ্ৰপন্থীৰ সমস্যা, বড়ো আন্দোলন আদিৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ দায়িত্ব পালন কৰিবলগীয়া হৈছিল। প্ৰয়াত মুখ্যমন্ত্ৰী শইকীয়াই প্ৰশাসনীয় আৰু সাংগঠনিক কামকাজত সততেই ডাঃ বৰ্ম্মনৰ লগত আলোচনা-বিলোচনা কৰা আৰু তেওঁৰ দিহা-পৰামৰ্শ লোৱাৰ কথা এই লিখকে জানে।

দলৰ কৰ্ম্মীসকলৰ লগত ঘনিষ্ঠ যোগাযোগ ৰক্ষা কৰি গণ সংযোগৰ মাধ্যমত কংগ্ৰেছ অনুষ্ঠানটোক শক্তিশালী কৰি গঢ়ি তোলাৰ ক্ষেত্ৰত ডাঃ বৰ্ম্মনৰ ঐকান্তিক নিষ্ঠা দলৰ কৰ্ম্মীসকলে জানে। বৰ্ত্তমান তেওঁ অসম প্ৰদেশ কংগ্ৰেছ কমিটীৰ নিৰ্বাচিত উপ সভাপতি হিচাপে দলীয় কাৰ্য্যনিৰ্ব্বাহৰ ক্ষেত্ৰত বিশিষ্ট ভূমিকা লৈ আহিছে।

১৯৯৬ চনৰ মে' মাহত মুখ্যমন্ত্ৰী কৰ্মশ্ৰী হিতেশ্বৰ শইকীয়াৰ আকস্মিক অকাল বিয়োগত ডাঃ বৰ্ম্মনে নিৰ্ব্বাচনৰ প্ৰাক মুহূৰ্ত্তত অস্থায়ীভাৱে ৰাজ্যৰ মুখ্যমন্ত্ৰীৰ দায়িত্বভাৰ বহন কৰিবলগীয়াত পৰে। এক অভাৱনীয় আৰু অশোভনীয় পৰিস্থিতিত তেওঁ বৰক্ষেত্ৰী সমষ্টিত এই নিৰ্ব্বাচনত পৰাজয় বৰণ কৰিবলগীয়া হয়। নিৰ্ব্বাচনৰ জয়-পৰাজয় ডাঃ বৰ্ম্মনৰ ৰাজনৈতিক জীৱনৰ উল্লেখনীয় ঘটনা হলেও, তেওঁৰ সমষ্টিৰ জনসাধাৰণৰ সৰ্ব্বাঙ্গীন কল্যাণ আৰু উন্নয়নৰ কাৰণে একেধাৰে, একনিষ্ঠভাৱে আত্মনিয়োগ কৰি অহাটোৱে ডাঃ বৰ্ম্মনৰ প্ৰতি জনসাধাৰণৰ আস্থা আৰু সমৰ্থন আজিও অক্ষুন্ন ৰাখিছে। সৰ্ব্বসাধাৰণ ৰাইজ

আৰু দলীয় কৰ্ম্মীৰ সহায়-সহযোগ আৰু আস্থাক মূলধন হিচাপে লৈ তেওঁ জনসাধাৰণৰ সেৱাত যিদৰে অবিচ্ছিন্নভাৱে আত্মনিয়োগ কৰি আহিছে সি আমাৰ সমাজকৰ্ম্মীসকল, বিশেষকৈ কংগ্ৰেছ কৰ্ম্মীসকলৰ বাবে আদৰ্শণীয় আৰু অনুকৰণীয়। তেওঁৰ অক্লান্ত দেশসেৱাই তেওঁৰ ৰাজনৈতিক জীৱনৰ উজ্জ্বল ভৱিষ্যতক কেতিয়াও ম্লান কৰিব নোৱাৰে।●

---

লেখক এগৰাকী বিশিষ্ট সাংবাদিক। আজীৱন কংগ্ৰেছ কৰ্ম্মী। অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ প্ৰাক্তন সভাপতি, গান্ধীবাদী আৰু প্ৰাক্তন মন্ত্ৰী অসম।

# পৰম দৰদী ডাঃ ভূমিধৰ বৰ্মন

✍ ৰাম চৰণ দাস

ডাঃ ভূমিধৰ বৰ্মন মোতকৈ বয়সত সৰু আৰু বেলেগ এলেকাত জন্ম গ্ৰহণ কৰা ব্যক্তি। গতিকে তেওঁৰ জীৱনৰ আগছোৱাত মই তেওঁক কেতিয়াও লগ পোৱা নাই। ডাঃ বৰ্মনৰ জন্ম হৈছিল নলবাৰী জিলাৰ অন্তৰ্গত বেলশৰ গাওঁত ১৯৩১ চনত। তেতিয়া মোৰ বয়স প্ৰায় ১২ বছৰ আছিল। মই বৰপেটা জিলাৰ মহাপুৰুষ শ্ৰীশ্ৰী হৰিদেৱ স্থাপিত অসমৰ আদি সত্ৰ বহৰি গাওঁত জন্ম গ্ৰহণ কৰোঁ। ডাঃ বৰ্মন আৰু মোৰ জীৱনৰ আগছোৱাত কিছু মিল দেখা যায়। গাঁৱলীয়া জীৱনৰ সৰলতা আৰু আবেগপ্ৰৱন মধুৰতাই আমাৰ ওপৰত যথেষ্ট প্ৰভাৱ পেলাইছিল। ভাই-ককাই, বাই-ভনী, খুড়া-জেঠা আদি সম্বন্ধৰে মকৰাৰ জালৰ নিচিনা গঠিত গাঁৱলীয়া সমাজত আমি লালিত পালিত হৈছিলোঁ আৰু সেই পৰিবেশতেই আমাৰ কৈশোৰ অতিবাহিত কৰোঁ। প্ৰাইমাৰী আৰু মাইনৰ স্কুলৰ শিক্ষা আমি উভয়েই গাওঁতেই সমাপ্ত কৰোঁ। তাৰ পাছত মই বৰপেটা গবৰ্ণমেন্ট হাইস্কুলৰ পৰা মেট্ৰিক পাছ কৰো আৰু ডাঃ বৰ্মনে টিহু হাইস্কুলৰ পৰা মেট্ৰিকত উত্তীৰ্ণ হয়। হাইস্কুলৰ শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণ হৈ আমি দুয়ো কটন কলেজৰ পৰা আই, এছ, চি পাছ কৰো। তাৰ পিছত আমাৰ জীৱন বৃত্তৰ সলনি ঘটে। মই কলিকতাৰ পৰা বি, এ , এম. এ আৰু মুম্বাইৰ পৰা সমাজবিজ্ঞানত শিক্ষা সাং কৰি সমাজ সেৱাৰ কামত আত্ম নিয়োগ কৰো। ডাঃ বৰ্মনে ১৯৫৮ চনত এম, বি, বি, এছ পাছ কৰি কিছুদিন তেওঁৰ নিজৰ গাওঁ বেলশৰতেই চিকিৎসা ব্যৱসায় আৰম্ভ কৰে। (১৯৬৩) চনত তেওঁ অসম চৰকাৰৰ অধীনত এচিষ্টেন্ট চাৰ্জনৰ পদ গ্ৰহণ কৰে। কিন্তু তেওঁৰ চাকৰি জীৱন অতি সোনকালেই শেষ হয়। ১৯৬৬ চনত তেওঁ এচিষ্টেন্ট চাৰ্জনৰ পদ ইস্তফা দিলে আৰু অসম প্ৰদেশ কংগ্ৰেছ দলত যোগদান কৰিলে। তেওঁ কিন্তু আগৰ পৰাই কংগ্ৰেছৰ প্ৰতি সহানুভূতিশীল আছিল। ডাঃ বৰ্মনক কংগ্ৰেছলৈ অনাত নলবাৰী নিবাসী-প্ৰাক্তন বিধায়ক আৰু সাংসদ শ্ৰীমান প্ৰফুল্ল গোস্বামীয়ে আগভাগ লৈছিল। অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী আৰু পাঞ্জাৱৰ ৰাজ্যপাল প্ৰয়াত মহেন্দ্ৰ মোহন চৌধুৰীয়েও ডাঃ বৰ্মনক কংগ্ৰেছত সক্ৰিয়ভাৱে অংশ গ্ৰহণ কৰিবলৈ উদগনি

দিছিল। ১৯৬৭ চনৰ অসম বিধান সভাৰ নিৰ্বাচনত ডাঃ বৰ্মনক নলবাৰী পশ্চিম সমষ্টিৰ প্ৰাৰ্থী হিচাপে অসম প্ৰদেশ কংগ্ৰেছ কমিটিয়ে মনোনীত কৰে। ডাঃ বৰ্মন উক্ত নিৰ্বাচনত জয়যুক্ত হৈ অসম বিধান সভাৰ সদস্য হয়। তেতিয়া অসমৰ ৰাজধানী আছিল শ্বিলঙত। গতিকে ডাঃ বৰ্মণে বিধানসভাৰ অধিবেশনত যোগ দিবৰ বাবে শ্বিলঙলৈ যাব লগা হৈছিল আৰু বিধানসভাৰ হোষ্টেলত থাকিব লগা হৈছিল। সেই সময়ত মই অসম সেৱা সমিতিৰ প্ৰধান সচিব হিচাপে কাম কৰি আছিলোঁ। অসম সেৱা সমিতিৰ মুখ্য কাৰ্য্যালয় গুৱাহাটীত আছিল। সেই সূত্ৰে মই গুৱাহাটীৰ বাসিন্দা আছিলোঁ। কিন্তু মাজে সময়ে মই অসম সেৱা সমিতিৰ কামত শ্বিলঙলৈ যাব লগা হৈছিল। অসম সেৱা সমিতিৰ কাৰ্য্যনিৰ্বাহক সমিতিৰ প্ৰায়বোৰ সদস্যই মুক্তি যুজাৰু আৰু কংগ্ৰেছৰ সভ্য আছিল। কেবাজনো সভ্য বিধায়কো আছিল। তেওঁলোক আছিল প্ৰয়াত বিষ্ণুৰাম মেধী, বিমলাপ্ৰসাদ চলিহা, ৰূপনাথ ব্ৰহ্ম, অমিয় কুমাৰ দাস, বিজয় ভাগৱতী, মহেন্দ্ৰ মোহন চৌধুৰী, ৰবীন কাকতি, গহন চন্দ্ৰ গোস্বামী, খগেন্দ্ৰ নাথ, ধৰণীধৰ বসুমতাৰী, সিদ্ধিনাথ শৰ্মা, ডাঃ হৰিকৃষ্ণ দাস, অমল প্ৰভা দাস, শ্ৰীমান প্ৰফুল্ল গোস্বামী আদি। ১৯৫২ চনত অসম সেৱা সমিতি গঠিত হৈছিল শ্বিলঙত। প্ৰয়াত বৰেণ্য সমাজ কৰ্মী দক্ষিণাত্যৰ মেঙ্গালোৰ নিবাসী বি, কে, ভাণ্ডাৰী আৰু লোকনায়ক অমিয় কুমাৰ দাসৰ পৃষ্ঠপোষকতাত অসম সেৱা সমিতি গঠিত হৈছিল অসমৰ জনজাতি, চাহ বনুৱা প্ৰমুখ্যে অন্যান্য শিক্ষাদীক্ষা আৰু আৰ্থিক আৰু সামাজিক অৱস্থাত পিচ পৰি থকা লোকৰ উত্তৰণৰ অৰ্থে। সমিতিৰ তত্বাৱধানত কুষ্ঠ চিকিৎসাৰো কিছুমান আঁচনি লোৱা হৈছিল। অসম সেৱা সমিতিৰ সভাপতি আছিল ডাঃ হৰিকৃষ্ণ দাস আৰু উপ সভাপতি আৰু কোষাধ্যক্ষ আছিল অমিয় কুমাৰ দাস। ভাণ্ডাৰীদেৱ আছিল প্ৰধান সচিব কিন্তু দুৰ্ভাগ্যবশতঃ ১৯৫৩ চনৰ ২৫ আগষ্টত ভাণ্ডাৰীদেৱৰ আকস্মিক মৃত্যু ঘটে। গতিকে মোক অসম সেৱা সমিতিৰ প্ৰধান সচিবৰ পদত নিযুক্তি দিলে। আমাৰ ৰাজধানী শ্বিলঙত থকাৰ কাৰণে মই অসম সেৱা সমিতিৰ কামত গুৱাহাটীৰ পৰা শ্বিলঙলৈ যাব লগা হৈছিল। তালৈ যাওঁতে বিধান সভাৰ বহুতো সদস্যক লগ পাইছিলোঁ। সেই সময়তেই শ্ৰীমান প্ৰফুল্ল গোস্বামীয়ে ডাঃ বৰ্মনৰ লগত মোক চিনাজনা কৰি দিছিল। ডাঃ বৰ্মনৰ হাঁহিভৰা ভাবাবেশ আৰু অমায়িক ব্যৱহাৰত মই তেওঁৰ প্ৰতি আকৃষ্ট হৈছিলোঁ। পাঁচ বছৰৰ পিছত ডাঃ বৰ্মন আকৌ নলবাৰীৰ পৰা ১৯৭২ চনত অসম বিধান সভাৰ বিধায়ক নিৰ্বাচিত হ'ল আৰু ৰাজ্যিক মন্ত্ৰী হ'ল। ১৯৭৭ চনত তেওঁ বিধানসভাৰ নিৰ্বাচনত কৃতকাৰ্য্য

নহ'ল কিন্তু ১৯৮৩ চনত ধৰ্মপুৰ সমষ্টিৰ পৰা আকৌ বিধায়ক নিৰ্বাচিত হ'ল। হিতেশ্বৰ শইকীয়া মন্ত্ৰীসভাত স্বাস্থ্য মন্ত্ৰী হিচাবে নিযুক্তি পালে। ১৯৯১ চনৰ নিৰ্বাচনত কংগ্ৰেছে আকৌ বিধায়কৰ অধিকাংশ সংখ্যা লাভ কৰি অসমৰ শাসনভাৰ দখল কৰিলে। এইবাৰ তেওঁ নলবাৰী জিলাৰ বৰক্ষেত্ৰী সমষ্টিৰ পৰা বিধায়ক নিৰ্বাচিত হয়। প্ৰয়াত কৰ্মশ্ৰী হিতেশ্বৰ শইকীয়াৰ নেতৃত্বত কংগ্ৰেছ মন্ত্ৰীসভা গঠিত হ'ল আৰু ডাঃ বৰ্মনক শিক্ষা আৰু পিছলৈ স্বাস্থ্য অসম চুক্তি ৰূপায়ন বিভাগৰ মন্ত্ৰীত্ব দিয়া হয়। ১৯৯৬ চনৰ বিধান সভাৰ নিৰ্বাচনত ডাঃ বৰ্মন পৰাজিত হয়। অসম গণ পৰিষদে অসম মন্ত্ৰীসভা গঠন কৰে। অসম গণ পৰিষদৰ মন্ত্ৰী নগেন শৰ্মাৰ উগ্ৰবাদীৰ হাতত পৰলোক প্ৰাপ্তি ঘটাত নলবাৰীৰ বিধায়কৰ ২০০০ চনৰ উপ নিৰ্ব্বাচনত কংগ্ৰেছৰ প্ৰাৰ্থী হিচাপে ডাঃ বৰ্মন মনোনীত হয়। তেওঁ তাত সফলতা লাভ কৰিব নোৱাৰিলে। কংগ্ৰেছৰ অন্তৰ্দ্দন্দতেই তেওঁ পৰাজিত হোৱা বুলি ধাৰণা কৰা হৈছে।

ডাঃ বৰ্মণে বিধায়ক নিৰ্বাচিত হোৱাৰ পিছতো চিকিৎসা ব্যৱসায় ত্যাগ কৰা নাছিল। যেতিয়াই কোনো ৰোগী আহি তেওঁৰ ঘৰত উপস্থিত হৈছিল তেতিয়াই তেওঁ আন কাম কাতি কৰি থৈ ৰোগীক পৰীক্ষা নিৰীক্ষা কৰি ৰোগৰ নিৰাময়ৰ বাবে দিহা পৰামৰ্শ দি বিদায় দিছিল। দুখীয়া মানুহৰ পৰা পইচাপাতি নোলোৱাকৈয়ে চিকিৎসা কৰিছিল আৰু দৰ্কাৰ বিশেষে ঔষধপাতি দিও তেওঁলোকক সহায় কৰিছিল। এতিয়াও তেওঁৰ সেই অভ্যাস পূৰ্ণ গতিত চলি আছে।

ডাঃ বৰ্মণ এজন আদৰ্শনিষ্ঠ লোক। কংগ্ৰেছৰ নীতিৰেই তেওঁ এতিয়ালৈকে ৰাজনৈতিক জীৱন অতিবাহিত কৰি আছে। নিৰ্বাচনত তিনিবাৰকৈ পৰাজিত হৈও তেওঁ কংগ্ৰেছৰ আদৰ্শ আৰু নীতিৰ পৰা বিচলিত হোৱা নাই। আজিকালি প্ৰায়ে শুনা যায় যে বৰ্ত্তমানৰ ৰাজনৈতিক নেতাসকলৰ কিছুমানে আত্মকেন্দ্ৰিক আৰু সুবিধাবাদী হৈ পৰিছে। তেওঁলোকে নিজৰ নিজৰ স্বাৰ্থপূৰণৰ বাবে দল বাগৰি ফুৰে। তেওঁলোকক "আয়াৰাম" আৰু "গয়াৰাম" আখ্যা দিয়া হৈছে। তেওঁলোকে কেতিয়াও নিজৰ সমষ্টিৰ লোকৰ কথা নাভাবে। যি নীতি আৰু আদৰ্শ লৈ আৰু বিভিন্ন প্ৰতিশ্ৰুতি দি তেওঁলোকে ভোটাৰসকলৰ ওচৰলৈ গৈ কৰযোৰে সহায় আৰু সহযোগ আগবঢ়াবলৈ মিনতি কৰিছিল নিৰ্বাচনত জয়যুক্ত হোৱাৰ পিছত তেওঁলোকে ভোটাৰ সকলৰ কথা একেবাৰে পাহৰি যায়। মোৰ বদ্ধমূল ধাৰণা ডাঃ বৰ্মন সেইজাতৰ লোক নহয়। তেওঁ কেতিয়াও "আয়াৰাম" "গয়াৰামৰ" দলভুক্ত হোৱা নাই। নিজৰ বিবেক বুদ্ধিৰে পৰিচালিত হৈ জীৱন অতিবাহিত

কৰি আছে।

মই জনাত ডাঃ বৰ্মন এতিয়াও সৎ পথেৰেই চলি আছে। তেওঁৰ নামত কোনো কোনোৱে যদি দুৰ্নীতিৰ আলম লৈছে সেইটো মোৰ জ্ঞানৰ অগোচৰ।

ডাঃ বৰ্মন এজন পৰোপকাৰী লোক। আনক সহায় কৰি তেওঁ আনন্দ পায়। তেওঁৰ সমষ্টিত যিসকল লোক পিচপৰা দুৰ্দশাগ্ৰস্ত, দুখীয়া তেওঁলোকৰ প্ৰতি সদায় সাহায্য আগবঢ়াই আহিছে।

ডাঃ বৰ্মনৰ লগত মোৰ সম্পৰ্কৰ সূত্ৰ হ'ল সমাজ কল্যাণ। অসম সেৱা সমিতিৰ কল্যাণমূলক আঁচনিসমূহৰ সাহায্যৰ বাবে মাজে সময়ে তেওঁৰ ওচৰ চাপিছিলোঁ। এই বিষয়ত তেওঁৰ অকৃত্ৰিম সহায় আৰু সহযোগিতা পাই আহিছোঁ। তাৰ বাবে তেওঁ আমাৰ ধন্যবাদৰ পাত্ৰ।

ডাঃ বৰ্মনৰ ধৈৰ্য্য আৰু সহিষ্ণুতা অসীম বুলি কব পাৰি। নানা ঘাত-প্ৰতিঘাত আৰু ধামখেমীয়াৰ সন্মুখীন হৈও তেওঁ অধৈৰ্য্য আৰু অস্থিৰ হোৱা দেখা নাযায়। তেওঁ কেবাবাৰো উগ্ৰবাদীৰ আক্ৰমণৰ পৰা ৰক্ষা পৰিছে। এই বিপৰ্য্যয়ৰ পৰা মুক্তি পোৱাটো তেওঁৰ সুকৰ্মৰ প্ৰতিফলন যেন লাগে।

ডাঃ বৰ্মন অমায়িক আৰু উত্তেজনাবিহীন স্বভাৱৰ আৰু নিজস্ব বিবেচনা আৰু বুদ্ধিমত্তাৰে চলা লোক। আনৰ উচটনিত কেতিয়াও নমনীয় নহয়। কংগ্ৰেছত থকা দল উপদলৰ পৰা সদায় আঁতৰত থাকে আৰু নৈতিক ভাৱাবেশেৰে নিজক পৰিচালিত কৰে। সেয়েহে তেওঁ শেষলৈ মুখ্যমন্ত্ৰীৰ বাবও ল'ব লগা হৈছিল।

ডাঃ বৰ্মনৰ জীৱনৰ সুদীৰ্ঘ পৰিক্ৰমাত ৰাজনীতি আৰু চিকিৎসা ব্যৱসায় দুয়োটাই হাতত ধৰা ধৰিকৈ বাট বুলি আছে। শেষত ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালোঁ যেন তেওঁৰ ভৱিষ্যৎ জীৱন সুখময়, মধুময় আৰু শান্তিপূৰ্ণ হয় আৰু তেওঁ যেন দোপতদোপে উন্নতিৰ পথত আগবাঢ়ি যায়।●

---

লেখক এগৰাকী আগশাৰীৰ লিখক ও সুসাহিত্যিক। প্ৰাক্তন মুৰব্বী অধ্যাপক "নৃতত্ব বিভাগ" আৰ্য্যবিদ্যাপীঠ কলেজ গুৱাহাটী, প্ৰাক্তন সচিব অসম সেৱা সমিতি। কেবাখনো গ্ৰন্থৰ লিখক আৰু আজীৱন সমাজকৰ্ম্মী।

# মানৱ প্ৰেমী ডাঃ ভূমিধৰ বৰ্মন এজন সাধাৰণ দুখীয়া গৰীৱৰ প্ৰতিনিধি বন্ধু

**শ্ৰীহৰেন্দ্ৰ মোহন তালুকদাৰ**



এই বিচিত্ৰময় জগতত কিছুমান ব্যক্তিৰ জন্ম হয়, বিশেষকৈ সাধাৰণ দুখীয়া, দৰিদ্ৰ আৰু গৰীৱ লোক সকলৰ উপকাৰৰ উদ্দেশ্যে। তেনে এজন ব্যক্তি হ'ল অসমৰ বিশিষ্ট চিকিৎসক, মানৱ সেৱক, সমাজ কৰ্মী, প্ৰবীন ৰাজনীতিজ্ঞ, অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী, মহাত্মা গান্ধী আৰু আচাৰ্য্য বিনোৱাভাৱেৰ আদৰ্শৰ প্ৰকৃত অনুগামী, সাধাৰণ দুখীয়া, দৰিদ্ৰ আৰু গৰীৱৰ বন্ধু, শ্ৰীমন্ত শঙ্কৰদেৱ, শ্ৰীশ্ৰীমাধৱদেৱ ও শ্ৰীশ্ৰীহৰিদেৱৰ প্ৰচাৰিত বৈষ্ণৱ ধৰ্মৰ একান্ত সেৱক, সকলো জাতি, ধৰ্মৰ প্ৰতি সদা শ্ৰদ্ধাশীল মানৱ প্ৰেমী ডাঃ ভূমিধৰ বৰ্মন। তেখেতে ছাত্ৰাবস্থাৰ পৰাই গোটেই জীৱন মানৱ সেৱা কৰিয়েই অতিবাহিত কৰিছে।

অসমৰ জাতীয় জীৱনত অবিহনা যোগোৱাৰ উপৰিও ভাৰতৰ স্বাধীনতাৰ পিছত নলবাৰী জিলাৰ প্ৰায় সকলোবিলাক অনুষ্ঠান প্ৰতিস্থান আদিৰ লগত জীৱনজোৰা কৰ্মৰাজীৰে সেৱা আগবঢ়োৱা দুখীয়া গৰীৱৰ প্ৰতিনিধি বন্ধু ডাঃ ভূমিধৰ বৰ্মনৰ ১৯৩১ চনৰ ১২ আগষ্ট তাৰিখে অবিভক্ত কামৰূপ জিলাৰ নলবাৰীৰ ওচৰৰ বেলশৰ (পশ্চিম) নামৰ এখন গাওঁত (ভকত পাৰা চুপাত) জন্ম গ্ৰহন কৰিছিল। তেখেতৰ পিতৃ ঁভকত ৰাম বৰ্মন অসমীয়া সম্ভ্ৰান্ত পৰিয়ালৰ এজন ভাল খেতিয়ক আছিল। তাৰ উপৰিও এজন সফল ব্যৱসায়ী হিচাবে গোটেই নলবাৰী, টিহু অঞ্চলত জনাজাত হোৱাৰ উপৰিও অঞ্চলটোৰ সকলোৱে "ভকত মহাজন" বুলিহে জানিছিল। তেখেতৰ মাতৃৰ নাম আছিল ঁমঠো প্ৰিয়া বৰ্মন। ডাঃ বৰ্মনে অৱস্থাপন্ন পৰিয়ালৰ ঘৰত জন্ম গ্ৰহন কৰিছিল। তেখেতৰ

মাতৃ ঘৰুৱা কাম বনত নিপুন সুগৃহিনী হোৱাৰ উপৰিও এগৰাকী বৰ ধৰ্মপ্ৰাণ মহিলা আছিল। গতিকে সৰুৰে পৰাই ডাঃ বৰ্মনো বৰ ধৰ্মপৰায়ণ আছিল। ধৰ্মৰ প্ৰতি আকৃষ্ঠ হোৱা গুণটো তেখেতে সৰুকালতে মাতৃৰ পৰা উত্তৰাধিকাৰ সুত্ৰে পাইছিল যেন লাগে। বৰ্ত্তমানৰ সময়ত এই কাৰণেই প্ৰাসঙ্গিক যে ডাঃ বৰ্মনৰ পিতৃ এজন প্ৰকৃত খেতিয়ক আৰু সফল ব্যৱসায়ী আছিল যদিও সমাজ সেৱাৰ মনোবৃত্তি আৰু মানবীয়তাৰ দিশটো বাদ দি ব্যৱসায় কৰা নাছিল। তেখেতে প্ৰথমে টিহু বজাৰত বিভিন্ন ফলমূলৰ পুলি আৰু নানা ধৰণৰ শাক-পাচলি আদিৰ বিভিন্ন বীজ বা গুটিৰ ব্যৱসায় কৰাৰ পিছতহে অইন ডাঙৰ ব্যৱসায়লৈ হাত মেলিছিল। যদিও তেখেতৰ আনুষ্ঠানিক শিক্ষা বেছি নাছিল তথাপি বুদ্ধিমান আৰু দুৰদৰ্শী ব্যক্তি আছিল। সততে সমাজ সেৱাৰ মনোভাৱ আগত ৰাখিহে ব্যৱসায় কৰিছিল। উদাহৰণ স্বৰূপে প্ৰত্যেক বছৰে দুৰ্গা পূজাৰ সময়ত (১৯৪০ চনৰ আগৰ সময়ৰ কথা) ভকত ৰাম মহাজনে কলিকতালৈ গৈ ৰেলৰ ডবা ভৰাই বুক কৰি পূজাৰ সময়ত বিক্ৰীৰ বাবে কাপোৰ লৈ আহিছিল। তেখেতে ওচৰ চুবুৰীৰ যোত্ৰহীন দুখীয়া গৰীৱ পৰিয়ালৰ ল'ৰা-ছোৱালী বিলাকক বিনামূলীয়াকৈ একোজোৰ কাপোৰ উপহাৰ দিছিল। ইয়াৰ উপৰিও প্ৰত্যেক বছৰে মাঘ বিহুৰ সময়ত ডাঙৰ মাছ কিনি আনি ওচৰ চুবুৰীয়া দুখীয়া পৰিয়াল বিলাকত ভগাইছিল আৰু নিজৰ পৰিয়ালৰ বাবে সাধাৰণ সৰু মাছ আনিছিল। পৰিয়ালৰ কোনোৱাই কিবা কব খুজিলে তেখেতে কৈছিল যে আমিটো প্ৰায়ে ডাঙৰ মাছ খাইয়েই থাকো, গতিকে তেওঁলোকে বিহুৰ দিনা এটুকুৰা ডাঙৰ মাছ খাব পালে মনত কিমান আনন্দ পাব। ১৯৪২ চনৰ পৰা ১৯৪৫ চনলৈ এই কালছোৱাত ধান চাউল আৰু নিমখৰ মূল্য অতিপাত বৃদ্ধি হৈছিল। ভাত মুঠিৰ বাবে দুখীয়া গৰীৱ জনসাধাৰণৰ মাজত হাঁহাকাৰ লাগিছিল। সেই সময়ত এক সেৰ নিমখৰ দাম ৪ অনাৰ পৰিবৰ্ত্তে বজাৰত ৫,৬,৭ টকাকৈ বিক্ৰী হৈছিল। কিন্তু ভকত ৰাম মহাজনে ২/৩ বাৰলৈ আগৰ দামতে বিক্ৰী কৰিছিল। কিন্তু কেতিয়াও সেই সময়ৰ বৰ্দ্ধিত মূল্যত বিক্ৰী নকৰিছিল। সৰুৰে পৰাই পিতাকৰ লগত ব্যৱসায় আদিত সহযোগীতা আগবঢ়াই ডাঃ বৰ্মনে সমাজ সেৱা আৰু মানবীয়তা আদি গুণ ৰাখি পিতৃৰ পৰাই উত্তৰাধীকাৰী সূত্ৰে আহৰণ কৰা যেন লাগে। কাৰণ আমাৰ সমাজত এষাৰ কথা আছে যে বাপ চাই বেটা। Like father like son. Dr. Bhumidhar Barman

was the worthy son of his worthy father Late Bhakat Ram Mahajan.

ডাঃ ভূমিধৰ বৰ্মনে ২ নং বেলশৰ প্ৰাইমাৰী স্কুলত নাম ভৰ্ত্তি কৰে। তেখেত মজলীয়া ধৰণৰ ছাত্ৰ আছিল। ১৯৫১ চনত তেখেতে টিহু হাইস্কুলৰ পৰাই দ্বিতীয় বিভাগত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। হাইস্কুলত পঢ়ি থকা অৱস্থাৰ পৰাই তেখেতে নানান সামাজিক কামত জড়িত হৈ পৰে। ১৯৫০ চনত তেখেতে টিহু হাইস্কুলৰ ছাত্ৰ একতা সভাৰ সাধাৰণ সম্পাদক নিৰ্ব্বাচিত হোৱাৰ পৰাই সামাজিক কামৰ লগত ওতঃপ্ৰোত ভাৱে জড়িত হৈ পৰে। যেনে হেডমাষ্টৰৰ লগত আলোচনা মৰ্ম্মে দুখীয়া মেধাবী ছাত্ৰ-ছাত্ৰী সকলৰ বাবে স্কুলৰ মাছুল ৰেহাই নাইবা হাফৰ ব্যৱস্থা কৰা, দুখীয়া ঘৰৰ ল'ৰা-ছোৱালীৰ মাজত স্কুলৰ বিনামূলীয়া কিতাপ বিতৰণ কৰা আদি কামৰ তদাৰক কৰিছিল। তেখেতৰ স্কুলৰ নাইবা ওচৰৰ মেল মিটিং আদিত বক্তৃতা দিয়া অভ্যাসটো ছাত্ৰ অৱস্থাৰ পৰাই গঢ়ি উঠিছিল। লগৰ সমনীয়া ল'ৰা-ছোৱালীবোৰে তেখেতক Little Gandhi (সৰু গান্ধী) বুলি জোকাইছিল। আনকি তেখেতৰ গাৰ ৰং সিমান বগা নহয় বাবে বহুতে "কলা গান্ধী" বুলিও উপলুঙা কৰিছিল বুলি আমি জানো। যাহওক লগ সমনীয়াৰ মাজত ডাঃ বৰ্মন "সৰু গান্ধী" বুলি জনাজাত আছিল। প্ৰবেশিকা পৰীক্ষা পাছ কৰাৰ পিছত তেখেতে কটন কলেজত নাম ভৰ্ত্তি কৰে আৰু ১৯৫৩ চনত তাৰ পৰাই দ্বিতীয় বিভাগত আই. এচ. চি পৰীক্ষাত উত্তীৰ্ণ হয়। ইযাৰ পিছত ১৯৫৮ চনত ডিব্ৰুগড় চিকিৎসা মহাবিদ্যালয়ৰ পৰা এম. বি. বি. এছ পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হৈ তেখেতৰ নিজা গাওঁ বেলশৰত ব্যক্তিগত চিকিৎসক হিচাপে জীৱনৰ পাতনি মেলে। তেতিযাৰ পৰাই ডাঃ বৰ্মনে দুখীয়া, দৰিদ্ৰ আৰু মানৱ সেৱাৰ লগতে বিভিন্ন সমাজ সেৱাৰ কামত জড়িত হৈ পৰে। তাৰ কিছুদিনৰ পিছত বেলশৰৰ ওচৰৰে শোলমৰা বজাৰলৈ তেখেতৰ ব্যক্তিগত চিকিৎসা কেন্দ্ৰ স্থানান্তৰিত কৰে আৰু ওচৰ পাজৰৰ দুখীয়া দৰিদ্ৰ জনগণৰ চিকিৎসাৰ বাবে আত্মনিয়োগ কৰে। সেই সময়তে ডাঃ বৰ্মন এজন সু-চিকিৎসক হিচাবে গোটেই অঞ্চলতে জনাজাত হৈ পৰে। এইখিনিতে উল্লেখ যোগ্য যে যি সময়ত অসমৰ প্ৰখ্যাত চিকিৎসকে (Prescription) চিকিৎসা পত্ৰ লিখা হোৱাৰ পিছত দুখীয়া গৰীব ৰোগীয়ে লাগতিয়াল মাছুল সম্পূৰ্ণ আদায় দিব নোৱাৰা বাবে চিকিৎসা পত্ৰ ফালি চিৰি দলিয়াই দিছিল, আৰু কৈছিল যে কম

মাছুল লোৱা ডাক্তৰ বহুতো আছে তেওঁলোকৰ ওচৰলৈ যোৱা আৰু মানৱতাৰ দিশটো সম্পূৰ্ণ ৰূপে জলাঞ্জলী দি টকাৰ ওপৰতহে বেছি গুৰুত্ব দিছিল, ঠিক সেই সময়তে ডাঃ বৰ্মনে বিনা মাছুলে দুখীয়া, দৰিদ্ৰ জনসাধাৰণক চিকিৎসা কৰিছিল, আনকি ৰোগীক আৱশ্যকীয় ঔষধ কিনিবলৈ নিজৰ পকেটৰ পৰা পইচা দি সহায় কৰিছিল। ৰোগীবিলাকেও ডাঃ বৰ্মনৰ ওপৰত সম্পূৰ্ণ আস্থা আৰু বিশ্বাস ৰাখিছিল। তেখেত গোটেই অসমতে সাধাৰণ জনগণৰ বন্ধু বুলি জনাজাত। কাৰণ ডাঃ বৰ্মনে টকা পইচাতকৈ মানৱীয়তা দিশটোৰ ওপৰতহে বেছি গুৰুত্ব দিছিল। তেখেত এজন ধৰ্মপৰায়ণলোক হোৱাৰ উপৰিও সকলো জাতি ধৰ্মৰ প্ৰতি সদা শ্ৰদ্ধাশীল ব্যক্তি।

তেখেতে ১৯৬৩ চনত অসম চৰকাৰৰ স্বাস্থ্য বিভাগত এচিষ্টেন্ট (গ্ৰেড,১) চাৰ্জন হিচাবে চাকৰিত যোগদান কৰে। ১৯৬৬ চনত চৰকাৰী চাকৰি ইষ্টাফা দি ৰাজনৈতিক জীৱনৰ পাতনি মেলে, আৰু প্ৰথম বাৰৰ বাবে নলবাৰী পশ্চিম সমষ্টিৰ পৰা কংগ্ৰেছ পাৰ্থী হিচাবে ১৯৬৭ চনত জয়লাভ কৰি অসম বিধান সভাৰ সদস্য হিচাবে নিৰ্ব্বাচিত হয়। অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী প্ৰয়াত মহেন্দ্ৰ মোহন চৌধুৰী আৰু অসমৰ প্ৰাক্তন এম. এল. এ আৰু এম. পি শ্ৰীমান প্ৰফুল্ল গোস্বামীৰ নাম তেখেতৰ ৰাজনৈতিক গুৰু হিচাবে শ্ৰদ্ধাৰে সোঁৱৰে। ১৯৭২ চনত সেই একেই সমষ্টিৰ পৰা অসম বিধান সভালৈ নিৰ্ব্বাচিত হৈ শ্ৰীশৰৎ চন্দ্ৰ সিংহৰ নেতৃত্বত গঠিত হোৱা মন্ত্ৰী সভাৰ ৰাজ্যিক ৰাজহ আৰু শিক্ষা মন্ত্ৰী হিচাবে যোগদান কৰে। আজিও ডাঃ বৰ্মনে শ্ৰীশৰৎ চন্দ্ৰ সিংহৰ ব্যক্তিত্ব আৰু প্ৰশাসনীয় দক্ষতাৰ কথা শ্ৰদ্ধাৰে সোঁৱৰে। ইয়াৰ পিছত তেখেতে আৰু ঘূৰি চাবলগীয়া হোৱা নাই। ১৯৮৩ চনতো তেখেতে নলবাৰী পশ্চিম সমষ্টিৰ পৰাই তৃতীয় বাৰৰ বাবে কংগ্ৰেছ সদস্য হিচাবে বিধান সভালৈ নিৰ্ব্বাচিত হৈ প্ৰয়াত হিতেশ্বৰ শইকীয়াৰ মন্ত্ৰী সভাত শিক্ষা আৰু স্বাস্থ্য বিভাগৰ কেবিনেট মন্ত্ৰী হিচাবে কাৰ্য্য নিৰ্ব্বাহ কৰে। ১৯৮৫ চনৰ এ.জি.পি ৰ সময়ত তেখেতে নলবাৰী পশ্চিম সমষ্টিৰ পৰাই কংগ্ৰেছ (আই) প্ৰাৰ্থী হিচাবে প্ৰতিদ্বন্দ্বিতা কৰি পৰাজয় বৰণ কৰে যদিও শোলমাৰা আৰু বেলশৰত ব্যক্তিগত চিকিৎসাত আত্মনিয়োগ কৰি দুখীয়া জন সাধাৰণৰ কল্যাণৰ কামত ব্ৰতী হৈ পৰে। ১৯৯১ নিৰ্ব্বাচনত ডাঃ বৰ্মনে বৰক্ষেত্ৰী বিধান সভা সমষ্টিৰ পৰা বিপুল ভোটৰ ব্যৱধানত জয় লাভ কৰি প্ৰয়াত

হিতেশ্বৰ শইকীয়া মন্ত্ৰী সভাত ২য় স্থান অধিকাৰ কৰি শিক্ষা, পঞ্চায়ত আৰু স্বাস্থ্য আৰু পৰিয়াল কল্যাণ বিভাগৰ মন্ত্ৰী হিচাবে সুখ্যাতিৰে কাৰ্য্য নিৰ্ব্বাহ কৰে, তেখেতৰ জীৱনৰ প্ৰতি আলফা উগ্ৰপন্থীৰ ভাবুকি থকা স্বৰ্ত্তেও। এই সময় ছোৱাতে ডাঃ বৰ্মনে সমষ্টিৰ জনসাধাৰণক নানান ৰকমৰ দিহা পৰামৰ্শৰ উপৰিও চৰকাৰী চাকৰি আদিৰ নিযুক্তিৰ ক্ষেত্ৰত পাৰ্য্যমানে সহায় কৰে। ডাঃ বৰ্মনৰ স্বাস্থ্য মন্ত্ৰীত্ব কালছোৱাতে গুৱাহাটীত মহেন্দ্ৰ মোহন চৌধুৰী চিকিৎসালয স্থাপিত হয়।

ডাঃ বৰ্মন গোটেই জীৱন কংগ্ৰেছ অনুষ্ঠানটিৰ লগত ওতঃ প্ৰোতঃ ভাৱে জৰিত হৈ আছে। ১৯৮৯ চনৰ পৰা ১৯৯১ চনলৈ নলবাৰী জিলা কংগ্ৰেছ (আই) কমিটিৰ সভাপতি, ১৯৮৫-৮৬ চনত অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ সাধাৰণ সম্পাদক, নিখিল ভাৰত কংগ্ৰেছ (আই) কমিটিৰ সদস্য অসম প্ৰদেশ কংগ্ৰেছ (আই) কমিটিৰ উপসভাপতি প্ৰথম বাৰ ১৯৯১ চনত আৰু ২য় বাৰৰ বাবে ১৯৯৭-৯৮ চনত নিৰ্ব্বাচিত হয়। ইয়াৰ উপৰিও ডাঃ বৰ্মনে কেইবাবাৰো অসম প্ৰদেশ কংগ্ৰেছ (আই) কমিটিৰ ভাৰপ্ৰাপ্ত সভাপতি হিচাবে সুখ্যাতিৰে কাৰ্য্য নিৰ্ব্বাহ কৰে। উল্লেখযোগ্য এই সময়ছোৱাৰ ভিতৰতে ডাঃ বৰ্মনক হত্যা কৰাৰ বাবে উগ্ৰপন্থী সংগঠন আলফাই তেখেতৰ ওপৰত তিনিবাৰকৈ আক্ৰমণ চলাইছিল। ইয়াৰে প্ৰথমটো আক্ৰমণৰ ঘটনা সংঘটিত হৈছিল ১৯৮৬ চনত নলবাৰী জিলাৰ বেলশৰ পুলিচ থানাৰ সন্মুখত। দ্বিতীয়টো আক্ৰমণৰ ঘটনাও ১৯৯০ চনৰ ২৬ জানুৱাৰী দিনাখন সংঘটিত হৈছিল ডাঃ বৰ্মনে বেলশৰত নিজা বাসভৱনত জাতীয় পতাকা উত্তোলন কৰাৰ সময়তে আৰু তেখেতৰ জীৱনৰ ওপৰত তৃতীযটো আক্ৰমণ হৈছিল ১৯৯৫ চনৰ ৩০ ডিচেম্বৰৰ দিনা বৰক্ষেত্ৰী সমষ্টিৰ লাউপাৰা নামৰ এখন সৰু গাওঁত এজন মুক্তি সংগ্ৰামীলোকৰ খবৰ লৈ গাড়ীত উঠা সময়ত। যাহওঁক তেখেতৰ ভগবানৰ ওপৰত অটল বিশ্বাস হাজাৰ হাজাৰ শুভকাঙ্খী জনগণৰ আশীৰ্ব্বাদৰ ফলত ডাঃ বৰ্মনৰ কোনো ক্ষতি ক্ষুন নোহোৱাকৈ ৰক্ষা পৰিবলৈ সমৰ্থ হয়।

ডাঃ ভূমিধৰ বৰ্মনক আমি বহুতদিন ওচৰৰ পৰা লগ পোৱাৰ সৌভাগ্য হৈছিল। তেখেতৰ চৰিত্ৰৰ উল্লেখনীয় গুণ ৰাশি হৈছে সৎ সাহস, কৰ্ত্তব্যপৰায়ণতা, কোনো কথা খাটাং বুলি প্ৰত্যয় হোৱাৰ পিছত তাৰ পৰা বিৰত নোহোৱা। তেখেতে

জনসাধাৰণক যেনেকৈ ভাল পায় জনসাধাৰণেও তেনেকৈ শ্ৰদ্ধা ও ভাল পায়। আমি লক্ষ্য কৰিছোঁ তেখেতে যলৈকে নেযাওঁক কি জনসাধাৰণে ঘেৰী ধৰে। ক্ষমতাত অধিষ্ঠিত থাকোতে যেনেকৈ তেখেতৰ ওচৰলৈ জনসাধাৰণ আহিছিল বৰ্ত্তমান কোনো ক্ষমতাত নথকা অৱস্থাটো বোধহয় এদিনো অকলশৰে থাকিব লগীয়া হোৱা নাই। এইটোৱেই ডাঃ বৰ্মনৰ জীৱনৰ ডাঙৰ সাফল্য। মহাত্মা গান্ধীৰ আদৰ্শৰে অনুৰক্ত ডাঃ বৰ্মনে সহজ সৰল আৰম্বৰহীন জীৱন যাপন কৰি আছে। অলপ আহৰি সময় পালেই নিজৰ ক্ষুদ্ৰ চৌহদত ফুলৰ যত্ন লোৱা, শাক-পাঁচলি আৰু নানান ফলমূল আদিৰ পুলি ৰোৱাত ব্যস্ত থাকে। বেলুশৰৰ ঘৰত নানা ৰকমৰ মূল্যবান গছ-গছনি, ফল আদি থকা দুখন মূল্যবান বাৰী আছে' ইয়াৰ উপৰিও ঘৰৰ সম্মুখৰ ডাঙৰ পুখুৰীত মাছে গিজ্‌গিজাই আছেই। গাওঁৰ ঘৰলৈ গলেই সেইবোৰকো তেখেতে চোৱা মিলা কৰে। ৭০ ৰৰ দেউনাৰ ৬৫ ৰা ওচৰি হোৱা ডাঃ বৰ্মনে অসমৰ নানান সামাজিক, ধৰ্ম্মীয় সাংস্কৃতিক অনুষ্ঠান প্ৰতিস্থানৰ লগত নিজকে জৰিত ৰাখিছে। বৰ্ত্তমান ডাঃ বৰ্মনে সহধৰ্ম্মীনি, এজন যোগ্যবান পুত্ৰ আৰু তিনিজনী ছোৱালীক সৎ পাত্ৰলৈ উলিয়াই দি নাতি, নাতিনীৰে এখন সুন্দৰ সুখৰ সংসাৰ যাপন কৰি আছে। শেষত আমি ডাঃ ভূমিধৰ বৰ্মনদেৱৰ সুন্দৰ স্বাস্থ্য আৰু দীৰ্ঘ জীৱনৰ কামনা কৰি ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰি ছোঁ যে তেখেতৰ সৱল নেতৃত্বত অসমে উন্নতিৰ পথত আগবাঢ়িব পাৰে।*

---

লেখক হৰেন্দ্ৰ মোহন তালুকদাৰ এগৰাকী বিশিষ্ট সাংবাদিক ও সমাজ সেৱক। গান্ধীবাদী, মহাত্মাগান্ধী, লালবাহাদুৰ শাস্ত্ৰী আৰু স্বামী কৃষ্ণানন্দ ব্ৰহ্মাচাৰী দেৱৰ প্ৰকৃত অনুগামী, কেইবাখনো গ্ৰন্থৰ প্ৰণেতা, ড" আম্বেদকাৰ বঁটা বিজয়ী, কেইবাখনো ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় সন্মিলনত যোগদানকাৰী।

# মোৰ দৃষ্টিত ডাঃ ভূমিধৰ বৰ্মন

✍ ডাঃ তাৰাপ্ৰসাদ দাস

প্ৰাক্তন মুখ্যমন্ত্ৰী ডাঃ ভূমিধৰ বৰ্মনৰ জীৱন আৰু কৰ্মৰ বিভিন্ন দিশৰ বিষয়ে আলোকপাত কৰি এখন গ্ৰন্থ প্ৰনযন কৰা হব। এনে সজ আৰু সাহসী উদ্যোগৰ গুৰি ধৰিছে তেখেতৰ গুণমুগ্ধ এচাম কৰ্মীযে। তাৰ ভিতৰত মুক্তিযোদ্ধা, ৰাজনীতিক, লেখক-সাংবাদিকো আছে। ওপৰে ওপৰে চালে এনে উদ্যোগৰ তাৎপৰ্য্য হযতো বিচাৰি পোৱা নাযাব। অথচ ইয়াৰ তাৎপৰ্য্য আছে। কিয়নো ৰাজনীতিকৰ জীৱন কালত তেওঁলোকৰ জীৱন আৰু কৰ্মৰ বিষযে মূল্যায়ন কৰি তেওঁলোকৰ প্ৰতি প্ৰকৃত সন্মান প্ৰদৰ্শন কৰাৰ নজিৰ খুব কমেই দেখা যায়। বাচি থকা দিন কেইটাত বিভিন্ন অবাঞ্চিত উপাধিৰে চৈধ্য-পুৰুষ উজাৰি গালি পৰা একোগৰাকী ব্যক্তিকো ( বিশেষকৈ ৰাজনীতিৰ সৈতে জড়িত ব্যক্তিক), মৃত্যুৰ পিছতেই তেওঁৰ জীৱনআৰু কৰ্মৰ ভূয়সী প্ৰশংসা আৰু মূল্যায়ন কৰাতো আমাৰ সমাজৰ এক পুৰণা দস্তুৰ। এটা যেন স্বাভাৱিক প্ৰৱনতা। বিশেষকৈ এনে দস্তুৰ বা পৰম্পৰা আমাৰ ৰাজ্যখনত আৰু বেছি প্ৰকট। দহৰ হিতৰ বাবে, সমাজৰ হিতৰ বাবে আজীৱন সংগ্ৰাম কৰা ব্যক্তিকো জীৱন কালত লেই-লেই, চেই-চেই কৰা লোকেও মৰণৰ পিছত প্ৰশংসাৰে উজাৰি দিয়া আমি প্ৰত্যক্ষ কৰিছো। ই যেন আমাৰ বিশেষকৈ অসমীয়া সমাজখনৰ এক পুৰণা ব্যাধি। অসমৰ ৰাজনীতিৰ পুৰোধা ব্যক্তি প্ৰয়াত গোপীনাথ বৰদলৈকে ধৰি প্ৰয়াত হিতেশ্বৰ শইকীয়ালৈকে তেওঁলোকৰ জীৱন আৰু কৰ্মৰ প্ৰকৃত মূল্যায়ন প্ৰকৃতাৰ্থত জীৱিত কালত কৰা হোৱা নাছিল বুলি কলেও অট্যুক্তি কৰা নহয়। অথচ তেওঁলোকে তেওঁলোকৰ ৰাজহুৱা জীৱনৰ দীঘলীয়া কালত দেশ আৰু দহৰ কল্যাণৰ হকে নিজৰ জীৱনকো তুচ্ছ জ্ঞান কৰি দেহে কেহে খাটিছিল। আচৰিত কথা মৰণৰ পিছত সেই শ্ৰদ্ধেয় নেতা সকলৰ চিন্তা-চৰ্চা, ধ্যান-ধাৰণা আৰু আদৰ্শৰ

প্ৰাসংগিতাক নিতৌ নতুন দৃষ্টিৰে ফহিয়াই চোৱা হৈছে, মূল্যায়ন কৰা হৈছে কিন্তু মৰণোত্তৰ স্বীকৃতিৰ সুখ-অনুভুতিৰ সোৱাদ লবলৈ তেওঁলোক আমাৰ মাজত আজি নাই। সেই কাৰণে ডাঃ ভুমিধৰ বৰ্মনৰ জীৱন আৰু কৰ্মৰ বিষয়ে এখন তথ্য সমৃদ্ধ গ্ৰন্থ প্ৰনয়ন কৰিবলৈ তেওঁৰ গুণমুগ্ধ সকলে লোৱা উদ্যমক মই এক সাহসী উদ্যম বুলি অভিহিত কৰিছো। এজন আদৰ্শবান ৰাজনীতিক, নিষ্ঠাবান সমাজকৰ্মী আৰু সততেই সাধাৰণ লোকৰ লগত প্ৰয়াত মহেন্দ্ৰ মোহন চৌদুৰীৰ আদৰ্শৰে সুখে- দুখে একেলগে থাকিব পৰা ব্যক্তিত্বক জীৱিত কালত তেওঁৰ কৰ্মৰ মূল্যায়নেৰে শ্ৰদ্ধা জনাবলৈ চলোৱা প্ৰচেষ্টা সচাকৈয়ে এক সজ, সাহসী আৰু ব্যতিক্ৰম প্ৰচেষ্টা। কাজেই এনে প্ৰচেষ্টাৰ উদ্যোগীসকল আমাৰ ধন্যবাদৰ পাত্ৰ।

ডাঃ ভূমিধৰ বৰ্মনক বিভিন্ন সময়ত আমি খুব ওচৰৰ পৰা পাইছোঁ ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ আদৰ্শৰে বিশেষকৈ এগৰাকী উৎসৰ্গীকৃত সেৱাৰ চিকিৎসক হিচাবে আৰু পৰৱৰ্ত্তী কালত এজন বিচক্ষণ ৰাজনীতিক হিচাপে। চিকিৎসা সেৱা আৰু ৰাজনীতিৰ সেৱা দুটা সুকীয়া ধাৰাৰ অত্যন্ত জটিল বিষয়। এনে জটিল বিষয় দুটাক সমান্তৰালভাবে চলাই নিয়াতো বৰ কষ্টসাধ্য। কিন্তু নিজৰ নিষ্ঠা আৰু একাগ্ৰতাৰ যোৰতেই দুয়োটা বিষয়কে তেওঁ অত্যন্ত সহজ ভাবে আজিও গ্ৰহণ কৰি আছে। দুয়োটা বিষয়ৰ মানুহৰ সৈতে, সমাজৰ সৈতে ওতঃপ্ৰোতঃ সম্পৰ্ক আৰু তেওঁ ইয়াক জীৱনৰ এক আদৰ্শ হিচাপেই গ্ৰহণ কৰিছে। নিজৰ ঐকান্তিকতাৰ বাবেই তেওঁ এহাতে এজন সফল চিকিৎসক আৰু আনহাতে এগৰাকী সফল ৰাজনীতিকো, যি গৰাকী ব্যক্তি সাধাৰণ এজন কংগ্ৰেছ কৰ্মী হিচাপে ৰাজনৈতিক জীৱন আৰম্ভ কৰি মুখ্যমন্ত্ৰীৰ পদতো নিজকে অধিষ্ঠিত কৰিবলৈ সক্ষম হৈছিল।

অতি সহজেই সকলো মানুহকে আপোন কৰি লব পৰা তেখেতৰ এক বিশেষ গুণ আছে। আনক বিশেষকৈ গাঁৱৰ দুখীয়া শ্ৰেণীৰ লোকক বিপদে-আপদে, বেমাৰে-আজাৰে সহায় সাহায্য কৰাতো তেওঁৰ ব্যক্তিত্বৰ অন্য এক অনুকৰণীয় দিশ। সেই কাৰণে বোধকৰো ৰাইজৰ আশীৰ্ব্বাদ আৰু শ্ৰদ্ধাও তেওঁ লাভ কৰিছে নিস্বাৰ্থ ভাবে।"God helps him who helps others"-- এই ইংৰাজী আপ্ত বাক্য শাৰীৰ প্ৰকৃত অৰ্থও আমি তেওঁৰ কৰ্মময় জীৱনত বিচাৰি পাইছোঁ। কিয়নো

তিনিবাৰকৈ নিশ্চিত মৃত্যুৰ দুৱাৰ দলিৰ পৰা একমাত্ৰ ঈশ্বৰৰ কৰুণা আৰু ৰাইজৰ আশীৰ্ব্বাদতে তেওঁ উভতি আহিবলৈ সক্ষম হৈছিল।

আমাৰ ব্যক্তিগত জীৱনত ডাঃ বৰ্মনৰ সান্নিধ্য লাভ কৰাতো আমাৰ বাবে এক অভাৱনীয় সম্পদ বুলি আমি অনুভৱ কৰিছোঁ। প্ৰথমতে আমিও এজন চিকিৎসক হিচাপেই জীৱনৰ দীঘলীয়া বাটত খোজ দিছিলো যদিও পিছলৈ বৰ্মনৰ ব্যক্তিত্বই আমাক ৰাজনীতিৰ মঞ্চলৈ টানি আনিছিল। অনুজ এগৰাকী ভাতৃৰ দৰেই তেখেতে আমাক ৰাজহুৱা জীৱনৰ বিভিন্ন দাযিত্ব দিয়াত প্ৰত্যক্ষ ভাবে সহায় কৰি সমাজ সেৱা কৰাৰ সুযোগ দিছে। অথচ তেওঁৰ দৰে নিৰলস ভাবে চিকিৎসা সেৱা আৰু ৰাজহুৱা কামত জড়িত হৈ সমান্তৰাল ভাবে সমাজ সেৱা কৰিব পাৰিছোঁ বুলি মই দাবী কৰিব নোৱাৰো। সেই কাৰণে ডাঃ বৰ্মনৰ কাম কৰাৰ কৌশল "Style of work" অইনতকৈ কিছু সুকীয়া।

ডাঃ বৰ্মনৰ আন এক লক্ষ্যণীয় বৈশিষ্ট হ'ল সহজ-সৰল জীৱন যাপন কৰা। মই ব্যক্তিগত অভিজ্ঞতাৰে কব পাৰো জীৱনটোক কেতিয়াও তেওঁ অকৰ্মন্য, অৰ্থহীন বুলি গণ্য কৰা নাই বা তেনে কৰা মই দেখাও নাই। সম্পূৰ্ণ গ্ৰামীণ পৰিবেশত ডাঙৰ দীঘল হোৱা বাবেই তেওঁ গাঁৱৰ সহজ সৰল জীৱন ধাৰাৰে এতিয়াও এক বিশুদ্ধ অনুগামী। নিজকে এতিযাও গাঁৱৰ মানুহ খিনিৰ মাজতে বিলীন কৰি ৰাখিছে। তেওঁ য'তেই নাথাকক কিয় মানুহৰ জীৱন আৰু কৰ্মক এক সপোন বুলি ভবা নাই। তেওঁৰ দৃষ্টিত জীৱনটো কৰ্মেৰে ভৰপূৰ এক কঠিন বাস্তৱহে। সেই বাস্তৱতাৰ সৈতে ফেৰ মাৰিব পৰাটোতে মানুহৰ জীৱনৰ সাৰ্থকতা লুকাই আছে। ইংৰাজী কবি কাৰ্লাইলে কবৰ দৰে-"Life is no idle dream, but a solemn reality based on and encompassed by eternity ডাঃ বৰ্মনৰ জীৱন আৰু কৰ্মৰ মাজত সেয়ে কাৰ্লাইলৰ জীৱন সম্পৰ্কে থকা উপলব্ধিৰ অনুকৰণ আমি সততেই দেখা পাঁও। আনকি চিকিৎসা আৰু ৰাইজৰ সেৱা কৰাৰ সময়তো সুৰুঙা উলিযাই দাখন বা কোৰখন লৈ বাৰীৰ কাম - বনত লাগি যোৱা আমি তেওঁক দেখা পাও। সেই কাৰণে মোৰ দৃষ্টিত ডাঃ বৰ্মনৰ জীৱন এক কৰ্মময় জীৱন। এক সাৰ্থক আৰু সফল জীৱন। জাতিৰ পিতা মহাত্মা গান্ধী আৰু আচাৰ্য্য বিনোৱা ভাৱৰ আদৰ্শৰ এগৰাকী প্ৰকৃত অনুগামী হিচাপে কৰ্মেৰেই তেওঁ সমাজক সেৱা কৰি গৈছে। এনে আদৰ্শ আমাৰ বাবেও পাথেয় হোৱা উচিত।

ধৰ্মনিৰপেক্ষতা ডাঃ বৰ্মনৰ আন এক উল্লেখযোগ্য গুণ। জগত গুৰু শ্ৰীমন্ত শংকৰ দেৱৰ বৈষ্ণৱ ধৰ্মৰ অনুৰাগী বৰ্মনদেৱ সাম্প্ৰদায়িকতা আৰু ধৰ্মীয় গোড়ামীৰ সদায় উৰ্দ্ধত। সেইকাৰণে তেওঁ ইছলাম বা অন্যান্য ধৰ্মীয় আদৰ্শৰ অনুগামী সকলৰ মাজতো অতি জনপ্ৰিয়। এনে এজন ব্যক্তিৰ সান্নিধ্য লাভ কৰাতো আমাৰ বাবে গৌৰৱৰ কথা। আমি তেখেতৰ কৰ্মময় জীৱনৰ দীৰ্ঘায়ু কামনা কৰিলো।✻

---

লেখক এগৰাকী বিশিষ্ট সমাজসেৱক, সুচিকিৎসক, প্ৰাক্তন অধ্যক্ষ অসম লোক সেৱা আয়োগ, প্ৰাক্তন সভাপতি বৰপেটা জিলা কংগ্ৰেছ কমিটি আৰু আজীৱন কংগ্ৰেছ কৰ্ম্মী। বৰ্ত্তমান বৰপেটা জিলাৰ চেঙা বিধান সভা সমষ্টিৰ বিধায়ক।

# আমাৰ দৃষ্টিত এক নিষ্ঠাবান কংগ্ৰেছ কৰ্মীঃ ডাঃ ভূমিধৰ বৰ্মন

✍ ড° চন্দ্ৰ মোহন শৰ্মা

দুই এটা সৰু -সুৰা ঘটনাই আমাৰ স্মৃতি পটত কেতিয়াবা খুব ডাঙৰ ঘটনা হিচাপে সাঁচ বহুৱায়। তেনে এটি ঘটনাই আজি সুঁৱৰিছো। ঘটনাটো ১৯৬৩ চনৰ, মোৰ দাদা শ্ৰীযুত দীনেশ চন্দ্ৰ শৰ্মাৰ হঠাৎ সাংঘাতিক পেটৰ বিষ উঠিল। কোনো দৰবেই কাম নিদিয়ে এগৰাকী চিকিৎসকক মতা হ'ল। আমাৰ সেই অঞ্চলত ধৰ্মপুৰত মানৱ দৰদী চিকিৎসক হিচাপে ইতিমধ্যে তেওঁ সুনাম অৰ্জন কৰিছে। নিশা ১২ বজাৰ পাছত চিকিৎসকক মাতিলে পোৱাটো আজি সপোনৰো অগোচৰ। কিন্তু সেই সময়ত সিমান ডাঙৰ কথা নাছিল। চিকিৎসক আহিল। দাদাৰ পেটত হাত দি কিছু সময় টিপা-টিপি কৰি থাকি কলে- গল ব্লাডাৰ ষ্ট'ন অৰ্থাৎ পিত্তাশয়ৰ পাথৰ। বেজী এটা দিলে- বেৰালগান যেন লাগিল। সাময়িকভাবে সকাহ পালে আৰু কেইটামান কেপছুল দিলে। পৰামৰ্শ দিলে অলপ সকাহ পালে কিছু দিন পাছত গুৱাহাটী চিকিৎসা মহাবিদ্যালয় হাস্পতালত ভৰ্তি কৰাব লাগিব বুলি। আচৰিত যেন লাগিলেও সত্য- হাস্পাতালত এক্স-ৰে কৰি পিত্ত পাথৰিৰ বাবেই বিষটো হৈছিল বুলি আমাক জনালে। সেই পাথৰ গাঁৰতেই চিকিৎসক গৰাকীয়ে দিয়া দৰৱতেই গলি যোৱা বুলিও আমাক জনালে। সেই দিন ধৰি দাদাৰ আৰু পিত্ত পাথৰি ৰোগত ভোগা নাই। আমাক আটাইকে হতবাক কৰা সেই সময়ৰ ডেকা চিকিৎসক গৰাকীয়েই আছিল ডাঃ ভূমিধৰ বৰ্মন। হাতেৰে চুই চাই দেহৰ অভ্যন্তৰত হোৱা ৰোগ চিনাক্তকৰণ কৰিব পৰা ক্ষমতা ডাঃ বৰ্মনৰ এক অসাধাৰণ দক্ষতা।

ডাঃ বৰ্মনৰ জন্ম ইতিহাস প্ৰসিদ্ধ বেলশৰত- ১৯৩১ চনৰ ১২ আগষ্টত। দেউতাকৰ আচল নাম আমি বহুতেই নাজানো। 'ভকত মহাজন' বুলিয়েই জানো। টিহুত বাহিৰৰ পৰা অহা বনিক শ্ৰেণীৰ লগত প্ৰতিদ্বন্দিতা কৰি ব্যৱসায়ত নাম

কৰিছিল। আনহাতে ব্যৱসায় কৰিলেও সৎ প্ৰকৃতিৰ বাবে তেওঁক মানুহে 'ভকত' বুলি মাতিছিল। ডাঃ বৰ্মনৰ প্ৰাথমিক আৰু মধ্য ইংৰাজী স্কুলৰ শিক্ষা বেলশৰতেই হৈছিল। পাছত হাইস্কুলৰ শিক্ষা টিহুত গ্ৰহণ কৰে আৰু ১৯৫৩ চনত টিহু উচ্চ মাধ্যমিক স্কুলৰ পৰা হাইস্কুল শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণ হয়। কটন কলেজৰ পৰা আই. এছ ছি পৰীক্ষাত উত্তীৰ্ণ হৈ তেওঁ চিকিৎসা বিদ্যালৈ মন মেলে। সেই সময়ত একমাত্ৰ চিকিৎসা মহাবিদ্যালয় ডিব্ৰুগড়ত আছিল-অসম চিকিৎসা মহাবিদ্যালয়। অসম চিকিৎসা মহাবিদ্যালয়ৰ পৰা এম. বি. বি.এছ পৰীক্ষাত উত্তীৰ্ণ হৈ বৰ্মনে গাঁও অঞ্চলত চিকিৎসা সেৱা আগবঢ়োৱাৰ প্ৰতিজ্ঞাৰে বেলশৰত থাকিবলৈ লয়।

ডাঃ বৰ্মনৰ ব্যস্ত কৰ্ম জীৱন আৰম্ভ হয় গাওঁতেই। বেলশৰৰ ওচৰৰে শোলমাৰাত এক বেচৰকাৰী স্বাস্থ্য কেন্দ্ৰত তেখেতে যোগদান কৰে। এই স্বাস্থ্যকেন্দ্ৰ এখন বিশেষ সমিতিয়ে পৰিচালনা কৰিছিল। ১৯৫৯ চনত এই কেন্দ্ৰত যোগদানৰ জৰিয়তে তেখেতে এক বৃহৎ অঞ্চলত সেৱা আগবঢ়াইছিল। সেই সময়লৈ গাওঁ অঞ্চলত কলেৰা, মেলেৰিয়া আদি ৰোগ মহামাৰী ৰূপত হৈছিল। যাতায়তৰ সুবিধা নাছিল। বাৰিষা বহু অঞ্চল নাওঁৰেই যাব লগীয়া হৈছিল। ডাঃ বৰ্মনৰ সংগী আছিল চাইকেলখন। শুকান ও খোৰা-মোখোৰা ৰাস্তাত চাইকেলখন আৰু বাৰিষা নাওঁৰেই দুৰ্গম অঞ্চললৈও তেখেত গৈছিল। চামতাৰ পৰা মুকালমুৱালৈ আৰু নলবাৰী অঞ্চলৰ পশ্চিম হেলচা, বৈনাকুছি, কৈঠালকুছি, আমৃখোৱালৈ আৰু বৰপেটা জিলাৰ সৰ্থেবাৰী এক বৃহৎ এলেকাত ডাঃ বৰ্মন খুব কম সময়ৰ ভিতৰতে ৰাইজৰ আপোন হৈ পৰে। গাওঁ অঞ্চলত এল. এম. পি চিকিৎসকেই পাবলৈ নাই। এম. বি. বি এছ চিকিৎসক ৰোগী আৰু আত্মীয়-স্বজনৰ বাবে ভগৱান তুল্য। আমি আৰম্ভনিতেই কৈছো- ডাঃ বৰ্মন ৰোগ নিৰ্ণয়ত পটু আছিল। তদুপৰি দিনে-নিশাই ৰোগীয়ে বিচাৰিলেই পোৱা- দুখীয়াক দৰৱ পাতি কিনি দিয়া আদি গুণৰ বাবে তেখেত কিংবদন্তিত পৰিণত হৈছিল। ১৯৬৩ চনত তেখেত বৰপেটাৰোডৰ চৰকাৰী স্বাস্থ্য কেন্দ্ৰত নিযুক্ত হয়। সেই অঞ্চলত সেৱা আগবঢ়োৱাৰ উপৰিও চৰকাৰী বন্ধত বেলশৰলৈ আহি এই অঞ্চলত সেৱা আগবঢ়াইছিল। তেতিয়া চিকিৎসকৰ মাননি (visit) আছিল পাঁচ টকা। সেই পাঁচ টকাও ডাঃ বৰ্মনে মানুহৰ পৰা দাবী কৰি নলৈছিল। তেখেতৰ জনপ্ৰিয়তা তেতিয়া একেবাৰে তুংগত।

মই বিশ্ববিদ্যালয়ত চাকৰিত যোগ দিয়াৰ পাছত ১৯৬৪ চনত মোৰ গাওঁ ককয়ালৈ গৈছিলোঁ। তাতেই প্ৰথম মোৰ বন্ধু আৰু প্ৰতিবেশী শ্ৰীৰঘু বৰ্মনৰ মুখত শুনিলো যে ডাঃ বৰ্মনে বিধান সভাৰ সদস্য হ'বলৈ ঠিৰাং কৰিছে। ডাঃ বৰ্মনে চিকিৎসক হিচাপে ৰাইজক সেৱা আগবঢ়াওতে হয়তো ভাবিছিল যে বিধান সভালৈ গলে ৰাইজক সেৱা কৰাৰ সুযোগ আৰু বেছি পাব। ১৯৬৭ চনত পশ্চিম নলবাৰী (ধৰ্মপুৰ) সমষ্টিত কংগ্ৰেছৰ প্ৰাৰ্থী হিচাপে প্ৰতিদ্বন্দিতা কৰি প্ৰবীন কমিউনিষ্ট নেতা শ্ৰীতৰুণ সেন ডেকাক পৰাস্ত কৰে। শ্ৰীডেকা তেতিয়া বিধান সভাৰ সদস্য আছিল। ৰাজনীতিত প্ৰবেশ কৰি এই নবীন কৰ্মী গৰাকীয়ে প্ৰবীনক পৰাস্ত কৰাটো তেওঁৰ ক্ৰমবৰ্ধমান জনপ্ৰিয়তাৰে চিন। তাৰ পাছৰ নিৰ্বাচনতো (১৯৭২চন) একে সমষ্টিৰ পৰা প্ৰতিদ্বন্দিতা কৰি পুনৰ শ্ৰীতৰুণ সেন ডেকাক পৰাস্ত কৰে। পাছৰ সময়ছোৱাত ইন্দিৰা গান্ধীয়ে আভ্যন্তৰীণ জৰুৰীকালীন অৱস্থা ঘোষণা কৰে আৰু সমগ্ৰ ভাৰততে কংগ্ৰেছৰ জনপ্ৰিয়তাত ভাটা পৰে। ১৯৭৭ চনৰ নিৰ্বাচনত 'জনতা' ঢৌৱে কংগ্ৰেছক কেন্দ্ৰত আৰু বহু কেইখন ৰাজ্যত শাসনৰ গাদীৰ পৰা আঁতৰায়। অসমো ইয়াৰ ব্যতিক্ৰম নাছিল। ডাঃ বৰ্মনো জনতা দলৰ প্ৰাৰ্থী শ্ৰীৰমণী বৰ্মনৰ হাতত পৰাস্ত হয়।

পৰৱৰ্তী সময়ছোৱা গোটেই অসমৰ বাবেই দুৰ্যোগৰ সময়। অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনে অসমৰ সামাজিক আৰু ৰাজনৈতিক জীৱনত বৰ ভূঁইকপৰ জোকাৰণি তোলে। বিদেশী চিনাক্তকৰণৰ বাবে ১৯৭১ চনক ভিত্তি বছৰ ধৰিব লাগে বুলি যুক্তি দৰ্শোৱাৰ অপৰাধত (আই) কংগ্ৰেছ দলৰ কৰ্মী আৰু মাক্সবাদী ছাত্ৰ-যুৱক আৰু কৰ্মী আন্দোলনকাৰীৰ হাতত নিগৃহীত হয়, সামাজিকভাবে বৰ্জিত হয়। বহুতো ছহিদ হয়। আনহাতে 'ভিত্তি বছৰ '৫১ চন -এয়ে আমাৰ জীৱন পণ' বুলি আগবাঢ়ি অহা অলেখ ছাত্ৰ-ছাত্ৰী, যুৱক-যুৱতী ছহিদ হয়। সহজ-সৰল ছাত্ৰ-ছাত্ৰী আৰু ৰাইজ প্ৰতাৰিত হ'ল। ৰান্ধনিক উচটাই জোল খোৱাৰ দৰে ধুৰন্ধৰ ৰাজনীতিকে আৰু বুদ্ধিজীৱিয়ে নিজৰ নিজৰ সুবিধা আদায় কৰি ললে। এই অগ্নিগৰ্ভা অসমত ১৯৮৩ চনত পুনৰ নিৰ্বাচন হয়। ৰাইজে এই নিৰ্বাচন প্ৰত্যাহাৰ কৰে। এই নিৰ্বাচনত ডাঃ বৰ্মনে আছান আলীক আৰু কমিউনিষ্ট নেতা অধ্যাপক যোগেন বৰ্মনক পৰাস্ত কৰি জয়ী হয়। অৱশ্যে এইবাৰৰ বিধান সভাই কাৰ্যকাল পূৰ্ণ কৰিব নোৱাৰিলে। ১৯৮৫ চনত ৰাজীৱ গান্ধীৰ লগত

আন্দোলনকাৰীৰ চুক্তিমৰ্মে বিধান সভা বাতিল কৰি নতুনকৈ নিৰ্বাচন পতা হয়। এই নিৰ্বাচনত অসমত নতুনকৈ জন্ম লাভ কৰা 'অসম গণ পৰিষদ' দলে সংখ্যাগৰিষ্ঠ দল হিচাপে বিজয়ী হয়। ডাঃ বৰ্মন, শ্ৰীচন্দ্ৰ মোহন পাটোৱাৰীৰ হাতত পৰাস্ত হয। কিন্তু অগপ দলে পাঁচবছৰীয়া শাসন কালত নিজৰ জনপ্ৰিয়তা অটুট ৰাখিব নোৱাৰাত ১৯৯১ চনৰ নিৰ্বাচনত পুনৰ কংগ্ৰেছে দিছপুৰ দখল কৰে। ডাঃ বৰ্মনে বৰক্ষেত্ৰী সমষ্টিত শ্ৰীপুলকেষ বৰুৱাক পৰাস্ত কৰি পুনৰ বিধান সভালৈ নিৰ্বাচিত হয় ১৯৯১ চনত। ৰাজনৈতিক জীৱনত উথান আৰু পতন ইটো সিটোৰ পৰিপূৰক। ১৯৯৬ চনৰ নিৰ্বাচনত পুনৰ কংগ্ৰেছ দল পৰাস্ত হয়। বৰক্ষেত্ৰী বিধানসভা সমষ্টিত ডাঃ বৰ্মন শ্ৰীপুলকেশ বৰুৱাৰ হাতত পৰাস্ত হয়। ২০০০ চনৰ নলবাৰী বিধান সভাৰ উপনিৰ্বাচনতো ডাঃ বৰ্মন পৰাস্ত হয়। কিন্তু নলবাৰী সমষ্টিত আগতে ১১ হেজাৰতকৈও কম ভোট লাভ কৰাৰ ঠাইত ৩৩ হাজাৰ ভোট লাভ কৰাতো ডাঃ বৰ্মনৰ কৃতিত্বই সুচনা কৰিছিল।

ডাঃ বৰ্মন - শৰৎ চন্দ্ৰ সিংহ মন্ত্ৰীসভাৰ সদস্য আছিল। হিতেশ্বৰ শইকীয়া মন্ত্ৰীসভাত তেখেতে শিক্ষামন্ত্ৰী আৰু স্বাস্থ্যমন্ত্ৰীৰ গুৰু দায়িত্বও পালন কৰিছিল। মুখ্যমন্ত্ৰী শইকীয়াৰ মৃত্যুৰ পাছত কম সময়ৰ বাবে হলেও তেখেতে মুখ্যমন্ত্ৰীৰ দায়িত্ব পালন কৰিছিল। ডাঃ বৰ্মন এম.এল.এ বা মন্ত্ৰী হোৱাটো ডাঙৰ কথা নহয়। তেখেতে ৰাইজক সেৱাৰ ব্ৰত লৈ কৰ্মক্ষেত্ৰত নামিছিল তাৰ প'ৰা আঁতৰিছে নে নাই সেইটোহে গুৰুত্বপূৰ্ণ কথা। জয়ত যেনেকৈ আত্মহাৰা হোৱা নাই পৰাজযতো তেখেত তেনেকৈ ভাঙি পৰা নাই। তেখেতৰ কৰ্মৰ প্ৰেৰণাই হ'ল- ৰাইজ। ৰাইজক বাদ দি ৰাজনীতি নহয় সেই কথা ডাঃ বৰ্মনে বুজে। আনকি জীৱনৰ প্ৰতি সদায় ভাবুকি থকা সত্বেও তেখেত ৰাইজৰ সুখ-দুখৰ সমভাগী হৈ আহিছে। উপৰ্য্যুপৰি তিনিবাৰকৈ তেখেতৰ প্ৰাণনাশৰ চেষ্টা চলিছিল। প্ৰতিবাৰতে তেঁখেত অক্ষত ভাবে সাৰি গৈছে। অসম আন্দোলনৰ সময়ত এজন ছাত্ৰ নেতাৰ পুলিছৰ জিম্মাত মৃত্যুক কেন্দ্ৰ কৰি বহু কাহিনী প্ৰচাৰ হৈছিল। গোবেবলছীয় অপপ্ৰচাৰেৰে সেই সময়ত সঁচাক মিচা আৰু মিচাক সঁচা সজোৱা হৈছিল। হেপোক্ৰেটীয় শপথ গ্ৰহণ কৰা এগৰাকী প্ৰবীন চিকিৎসক তেনে অপৰাধমূলক কামৰ লগত জড়িত হ'ব সেই কথা মই কেতিয়াও বিশ্বাস কৰা নাই। হ'ক কমিচনে ডাঃ বৰ্মনক সম্পূৰ্ণ নিৰ্দ্দোষী বুলি ৰায় দি তাকেই প্ৰতিপন্ন কৰিলে।

ডাঃ বৰ্মন এগৰাকী নিষ্ঠাবান, নিৰ্ভীক কংগ্ৰেছ্ কৰ্মী। তেখেতৰ ৰাজনৈতিক আদৰ্শৰ লগত মই একমত নহওঁ। তথাপিও প্ৰতি মুহূৰ্তে জীৱনৰ প্ৰতি অহা ভাবুকি নেওচি যিসকলে নিজৰ ৰাজনৈতিক পতাকা উৰ্ধত তুলি ৰাখে সেইসকলক মই শ্ৰদ্ধা কৰোঁ। বিপদৰ ভয়ত বহুতে নিজৰ আদৰ্শ জলাঞ্জলি দি বিবৃতি দি নিৰাপদ স্থানত অৱস্থান কৰে। সুযোগ সন্ধানী এনে লোকে দলৰ সুদিনত সুবিধা গ্ৰহণৰ বাবে হেতা-ওপোৰা লগায়। ডাঃ বৰ্মন ইয়াৰ ব্যতিক্ৰম। তেখেতৰ ৰাজনৈতিক জীৱনত বৃহস্পতি পোন হওক। তাকেই অন্তৰেৰে কামনা কৰিলো।*

---

লেখক ড° চন্দ্ৰ মোহন শৰ্ম্মা এগৰাকী বিশিষ্ট লিখক, বুদ্ধিজীৱি, প্ৰাক্তন মুৰব্বী অধ্যাপক "কৃষি উদ্ভিদ বিজ্ঞান বিভাগ" গুৱাহাটী বিশ্ববিদ্যালয় আৰু সভাপতি অসম বিজ্ঞান সমিতি, গুৱাহাটী।

# ডাঃ ভূমিধৰ বৰ্মন

✍ শ্ৰীনবদীপ ৰঞ্জন পাটগিৰি

গোলাপৰ গছত যে কাঁইট আছে, তাৰ বাবে আমি অভিযোগ কৰা উচিত নহয়; বৰং তেনেকুৱা কাঁইটীয়া গছত যে গোলাপৰ দৰে ফুল ফুলে তাৰ বাবে আমি প্ৰকৃতিক ধন্যবাদহে জনাব লাগে। যেনেকৈ একোজন মানুহৰ জীৱনত আহি থকা কিছুমান প্ৰতিকূল পৰিস্থিতিৰ বাবে আমি কাৰো ওচৰত অভিযোগ কৰা উচিত নহয়, বৰং তেনেকুৱা প্ৰতিকূল সামাজিক আৰু ৰাজনৈতিক পৰিস্থিতিয়ে একোজন ব্যক্তিৰ মনৰ আৰু সংকল্পৰ দৃঢ়তা বঢ়াই তেওঁৰ স্থিতি যে দৃঢ় কৰে, তাৰ বাবে তেনেকুৱা পৰিস্থিতিক ধন্যবাদহে জনাব লাগে।

নলবাৰী জিলাৰ বেলশৰ গাওঁত ১৯৩১ চনৰ ১২ আগষ্ট তাৰিখে ভূমিধৰ বৰ্ম্মনে প্ৰথম দিনৰ পোহৰ দেখে। ভাৰতৰ স্বাধীনতাৰ শেষ সংগ্ৰাম ১৯৪২ চনৰ "ভাৰত ত্যাগ" আন্দোলনত তেখেতৰ বয়স মাত্ৰ ১১ বছৰ ঃ গতিকে ভাৰতৰ মুক্তি যুঁজত অংশ গ্ৰহণ কৰিবলৈ তেখেতে সুযোগ নাপালে।

বেলশৰ প্ৰাথমিক বিদ্যালয়ৰ পৰা শিক্ষা শেষ কৰি ১৯৫১ চনত টিহু উচ্চ মাধ্যমিক স্কুলৰ পৰা দ্বিতীয় বিভাগত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ ১৯৫৩ চনত গুৱাহাটী কটন কলেজৰ পৰা দ্বিতীয় বিভাগত আই, এছ, চি পাছ কৰি, ১৯৫৮ চনত ডিব্ৰুগড়ৰ অসম মেডিকেল কলেজৰ পৰা এম, বি, বি, এছ পাছ কৰাৰ পিছত ১৯৬৩ চনত অসম চৰকাৰৰ স্বাস্থ্য বিভাগৰ প্ৰথম শ্ৰেণীৰ এছিষ্টেন্ট ছাৰ্জন হিচাপে নিযুক্তি পায়।

ৰাইজৰ সেৱাত আত্মনিয়োগ কৰিব বিচৰা মনটোৱে ডাঃ বৰ্মনক চৰকাৰী ডাক্তৰৰ চাকৰীত আবদ্ধ হৈ থাকিব নিদিলে। তেখেতৰ দীল খোলা কথা, দীলখোলা হাঁহি, টকাৰ প্ৰতি কোনো আক্ৰোশ নোহোৱাকৈ সকলোৰে প্ৰতি আগবঢ়োৱা তেখেতৰ চিকিৎসা সেৱাই তেখেতক ৰাইজৰ মাজলৈ আগবঢ়াই লৈ গ'ল।

১৯৬৬ চনত তেখেতে চৰকাৰী ডাক্তৰৰ পদবী ইস্তফা দি ১৯৬৭ চনত পশ্চিম নলবাৰী বিধান সভা সমষ্টিৰ পৰা প্ৰথম বাৰৰ বাবে অসম বিধান সভালৈ নিৰ্বাচিত হয়। ১৯৭২ চনতো তেখেতে পশ্চিম নলবাৰী বিধান সভাৰ সমষ্টিৰ পৰা দ্বিতীয় বাৰৰ বাবে নিৰ্বাচিত হৈ শ্ৰীশৰৎ চন্দ্ৰ সিংহৰ মন্ত্ৰীসভাৰ ৰাজহ আৰু শিক্ষা বিভাগৰ ৰাজ্যিক মন্ত্ৰী হিচাপে নিৰ্বাচিত হয়। ১৯৮৩ চনতো তৃতীয় বাৰৰ বাবে ধৰ্মপুৰ সমষ্টিৰ পৰা নিৰ্বাচিত হৈ প্ৰয়াত হিতেশ্বৰ শইকীয়াৰ মন্ত্ৰীসভাৰ শিক্ষামন্ত্ৰী আৰু পৰিয়াল পৰিকল্পনাৰ মন্ত্ৰী হিচাবে নিযুক্তি পায়। ১৯৯১ চনত বৰক্ষেত্ৰী সমষ্টিৰ পৰা ৪ ৰ্থ বাৰৰ বাবে অসম বিধান সভালৈ নিৰ্বাচিত হৈ প্ৰথম হিতেশ্বৰ শইকীয়াৰ মন্ত্ৰীসভাত শিক্ষা পঞ্চায়ত আৰু স্বাস্থ্য বিভাগৰ কেবিনেট পৰ্য্যায়ৰ মন্ত্ৰী হিচাবে নিৰ্বাচিত হয়।

ডাঃ বৰ্ম্মন অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ সাধাৰণ সম্পাদক আৰু দুবাৰ উপ সমিতি হিচাবে কাৰ্যনিৰ্বাহ কৰাৰ উপৰিও কেবাবাৰো সভাপতিৰ দায়িত্বত কাৰ্যনিৰ্ব্বাহ কৰিছিল।

কৃতকাৰ্য্যতাৰ সাফল্য ডিঙিত লৈ আগবঢ়াৰ মাজতো ডাঃ বৰ্ম্মনৰ জীৱন নাশ কৰিবলৈ তিনিবাৰ উগ্ৰপন্থীৰ আক্ৰমণৰ লক্ষ্য হয়। কিন্তু ৰাইজৰ আশীৰ্বাদ পুষ্ট ব্যক্তি হিচাপে উগ্ৰপন্থীৰ আক্ৰমণৰ পৰা ৰক্ষা পৰি আহে।

১৯৯৬ চনৰ ২২ এপ্ৰিল তাৰিখে মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াৰ পৰলোক প্ৰাপ্তি ঘটাত ডাঃ ভূমিধৰ বৰ্ম্মণ তদাৰকী মুখ্যমন্ত্ৰী হিচাপে আসন গ্ৰহণ কৰি কাৰ্যনিৰ্বাহ কৰিছিল।

বঙ্গদেশত ডাঃ বিধানচন্দ্ৰ ৰায়, অসমত ডাঃ ভূবনেশ্বৰ বৰুৱা আদিয়ে ৰোগী চিকিৎসাৰ মাজেৰে জনতাৰ মাজত সোমাই গৈ কৰা জনসেৱাৰ আদৰ্শ ডাঃ ভূমিধৰ বৰ্ম্মনে আমাৰ আগত ডাঙি ধৰিছে।●

---

লেখক এগৰাকী সাহিত্যিক, ভাৰতবৰ্ষৰ স্বাধীনতা আন্দোলনৰ সক্ৰিয় কৰ্ম্মী, বিশিষ্ট সমাজ কৰ্ম্মী, বৰ্ত্তমান সভাপতি সদৌ অসম মুক্তি যুজাৰু সন্থা, গুৱাহাটী।

# মোৰ দৃষ্টিত বৰ্মন মানুহজন

ড° ক্ষীৰেণ ৰায়

ৰাজনীতিত থাকিলেও সামাজিক আৰু ধাৰ্মিক জীৱনত ভূমিধৰ বৰ্মনৰ আন এক খ্যাতি আছে। সামাজিক জীৱনত তেওঁ এজন অতি মৰমীয়াল ব্যক্তিৰ উপৰি এজন সুযোগ্য চিকিৎসক। ডাক্তৰী সেৱাৰ যোগেৰে তেওঁ সমাজখনলৈ বহুখিনি অৰিহণা আগবঢ়াবলৈ সক্ষম হৈছে। বিশেষকৈ তেওঁৰ সমষ্টিৰ বহু ব্যক্তিয়ে তেওঁৰ প্ৰতি আজিও কৃতজ্ঞ।

প্ৰয়াত হিতেশ্বৰ শইকীয়া ৰাজ্যখনৰ মুখ্য মন্ত্ৰী হৈ থকাৰ সময়খিনিত বৰ্মনৰ সৈতে মোৰ সম্পৰ্ক অধিক মধুৰ হয় এটি বিশেষ কথাত। সেয়া হৈছে তেওঁৰ ধৰ্মৰ প্ৰতি থকা অগাধ বিশ্বাস। ধৰ্ম ময়ো মানো; কিন্তু বৰ্মনৰ সমানে মোৰ কোনো ব্যক্তিগত অভিজ্ঞতা নাই।

এদিন নলবাৰী চহৰৰ আবৰ্ত ভৱনত আমি দুয়ো বহু সময় ধৰি মাথোন ধৰ্মীয় আলোচনা কৰিছিলোঁ। তেখেতে নিজৰ অভিজ্ঞতাৰ বিষয়ে কৈছিল। মই শুনি আচৰিত হৈছিলো। ১৯৯৬ চনৰ দুৰ্গাপূজাৰ বেলবৰণৰ দিনা সন্ধিয়া পৰত তেওঁ নিজৰ মন্দিৰত হেনো প্ৰাৰ্থনা কৰি আছিল। এনেতে হঠাৎ ঘৰৰ টিনৰ ছালৰ ওপৰত বজ্ৰপাত হোৱাৰ দৰে শব্দ হ'ল। তেওঁ সেই শব্দ শুনি ভয় খালে। কিন্তু অলপ পিছতে দেখিলে ওপৰৰ পৰা এডাল ভয়ংকৰ বগা সাপ আহি তেওঁৰ সমুখত পৰি ৰ'ল। তেওঁ ভাবিলে সেই আচহুৱা সাপডাল তেওঁৰ পত্নীক দেখুৱাব। সেয়ে তেওঁ লাহেকৈ দুৱাৰখন খুলি পত্নীক মাতিলে। দুয়ো পুনৰ কোঠাটোলৈ সোমাই আহি অবাক হ'ল সাপৰ কোনো চিনচাবেই নাই। অথচ ওলাই যাবলৈ কোনো ৰাস্তাও নাছিল। কাৰণ দুৱাৰ-খিৰিকী সকলো বন্ধ আছিল। এনেধৰণৰ ভাবিব নোৱাৰা ঘটনাৰ সৈতে তেওঁ জীৱনত বহুবাৰ মুখামুখী হৈছে। আনকি

ৰাজনীতি কৰি থকা সময়ত তেওঁ বহুবাৰ মৃত্যুৰ মুখৰ পৰা ৰক্ষা পৰিছে। সেই বিষয়ে অসমৰ ৰাইজক কোৱাৰ দৰ্কাৰ নাই।

মোৰ ব্যক্তিগত ধাৰণা যে বৰ্মনে ধৰ্মবিশ্বাসৰ বলতে বহু বিপদ-আপদৰ পৰা নিস্তাৰ পাই আহিছে। কথাতেই আছে, 'ৰাখে হৰি মাৰে কোনে'। ভগৱানৰ প্ৰতি ভক্তি থাকিলে বিপদ আহিলেও আঁতৰি যায়।

ৰাজনৈতিক জীৱনতো তেওঁ বহু ওপৰলৈ যাবলৈ সক্ষম হৈছে। আনকি এসময়ত তেওঁ অসমৰ মুখ্যমন্ত্ৰীৰ আসনতো বহিছে। সেয়ে কব পাৰি যে বৰ্মনৰ জীৱন সাৰ্থক হৈছে। কিন্তু ইমানখিনি পোৱাৰ পিছতো বৰ্মন মানুহজন একেদৰেই আছে। তেওঁৰ সেই শিশুৰ দৰে নিৰ্মল, অমায়িক স্বভাৱৰ পৰিবৰ্তন হোৱা নাই। তেওঁৰ সেই আন্তৰিকতাপূৰ্ণ ব্যৱহাৰ সকলোৰে প্ৰতি সমানে ৰাখিছে। সমাজখনৰ প্ৰতি থকা তেওঁৰ দায়বদ্ধতাৰ কথা ক্ষন্তেকৰ কাৰণে হলেও তেওঁ পাহৰা নাই।

উগ্ৰপন্থী আলফাৰ দ্বাৰা বহুবাৰ আক্ৰান্ত হলেও তেওঁ মনোবল হেৰুৱা নাই। ৰাজনীতিত থাকিলেও তেওঁ ব্যক্তিগত ভাৱমূৰ্ত্তি অক্ষুন্ন ৰখাত সফল হৈছে। আন বহুতৰ দৰে ক্ষমতাৰ লোভত তেওঁ ৰাজনীতি কৰি থকা নাই কাৰণেই এতিয়াও জনপ্ৰিয় হৈ থকাৰ সুন্দৰ অৱকাশ পাই আছে। ইয়াতে নিহিত হৈ আছে তেওঁৰ জীৱনৰ প্ৰকৃত সাৰ্থকতা।●

---

ড° ক্ষীৰেণ ৰায় এজন বিশিষ্ট সাংবাদিক আৰু দৈনিক ইংৰাজী বাতৰি কাকত "নৰ্থ ইষ্ট টাইমচ"ৰ প্ৰাক্তন সম্পাদক, প্ৰখ্যাত লিখক, সমালোচক ও বুদ্ধিজীবি।

# আদৰ্শবাদী ৰাজনীতিক ডাঃ ভূমিধৰ বৰ্মন

আফতাবুদ্দিন আহমেদ

১৯৬৬-৬৭ চনৰ কথা। মই তেতিয়া এল, পি স্কুলত পঢ়ি আছোঁ। এদিনাখন আবেলি গাৱঁত ফুৰি থাকোতে আমাৰ গাৱঁৰে সমাজকৰ্মী সেখ মেদুমেলেকীয়ে মোক কলে ঐ নাইতা অহাই আহ মিনিষ্টাৰ আইছি এখন দৰ্খাস্ত দিব লাগে, স্কুলখনত এটা গেৰান দিব লাগে বুলি কৈ মোক অলপ বুজাই দি কলে। তই কবি স্কুল ঘৰটোত টিন দিব লাগে, খেৰৰ ঘৰ বৰষুণৰ পানী পৰাৰ কথা কব কলে। তেতিয়া মই নীলা নে সেউজীয়া ৰঙৰ গামোচা পিন্ধি আছিলোঁ, লাজো লাগে, ভয়ও লাগে তথাপি গলো আগবাঢ়ি এটা নমস্কাৰ জনাই দৰ্খাস্তখন দি কলো আমাৰ স্কুলখনক এটা গেৰান দিব লাগে। খেৰৰ ঘৰ বৰষুণৰ পানী পৰে আৰু গৰু গোৰৰৰ গোন্ধত আমি পঢ়িব নোৱাৰো। মানুহজনে হাঁহিলে আৰু আক পাক কিবা সুধি দুখ কৰি কলে হব মই ব্যৱস্থা কৰি দিম। কিছুদিনৰ মূৰত গম পালো স্কুলৰ নামত বিল্ডিং ১০, চিফটিং ১০ মুঠ ২০ হাজাৰ টকা আহিল। সেই ধুতিৱালা মিনিষ্টাৰ জনেই আছিল ডাঃ ভূমিধৰ বৰ্মন। সেই সময়ৰ আমাৰ সকলোৰে পৰিচিত আৰু আপোন মন্ত্ৰী সমানে সু-চিকিৎসক হিচাপে খ্যাতি অৰ্জন কৰি এপাহ সু-ঘ্ৰাণ যুক্ত বন কুসুমৰ দৰে ৰমক জমক হৃদয় জয় কৰিছিল সহস্ৰ দৰিদ্ৰ জনতাৰ।

বহুদিন বহুজনৰ মুখত শুনিছিলোঁ ভূমি ডাক্তৰ বৰ ভাল মানুহ। চিকিৎসাও ভাল আৰু গৰীৱ মানুহৰ ঔষধ কিনা পইচা নহলেও দহ টকা, বিশ টকা পকেটৰ পৰা দিয়ে। ডাক্তৰ হিচাপে ভাল মানুহজনেই সময়ত ৰাজনীতিৰ পথাৰখনত নানা সময়ত নানা বাবত থাকি অসমৰ দৰিদ্ৰ জনগণৰ হকে নিজৰ সেৱা আগবঢ়াই থকাৰ কথা ইতিমধ্যে অসমৰ প্ৰতিজন অসমীয়াৰ কাৰো অবিদিত নহয়। ১৯৭৯ ৰ পৰা অসমৰ ৰাজনীতিৰ প্ৰেক্ষাপটত নানা আহুকলীয়া চিন্তা ঘটনাই প্ৰভাৱ পৰাৰ সময়তো ডাক্তৰ বৰ্মন চাহাবে অসমৰ ৰাজনীতি পথাৰত থাকি গৰীৱ জনগণৰ

স্বাৰ্থৰ হকে কাম কৰি থাকিল একেধাৰে। কোনো মানুহেই সমালোচনাৰ উৰ্ধত নহয় গতিকে ১৯৮৩ৰ নিৰ্বাচনৰ পিছতে তেখেতৰ ওপৰত এচাম সুবিধাবাদীয়ে জধে মধে জাপি দিব ধৰিলে পৰিকল্পিত অথচ অৱাঞ্চিত বদনাম। অকল সিমানেই নহয় অজ্ঞাত চক্ৰৰ জৰিয়তে প্ৰাণ নাশৰ চেষ্টা চলালে অহৰহ। কোনো পৰিস্থিতিতেই কিন্তু তেখেতে ৰাজনীতি ত্যাগ নকৰি সদাই সিংহগৰ্বে নিজৰ কৰ্তব্য পালন কৰি থাকিল অবিৰাম। ১৯৮৫ ৰ নিৰ্বাচনত জনতাৰ ৰায়ক সন্মান জনাই দলৰ কামত লাগি থাকিল। গৰীব জনতাৰ প্ৰতি থকা অপত্য মোহ আৰু আকুণ্ঠ মৰমৰ বাবেই তেখেতে নলবাৰী সৰুক্ষেত্ৰী বৰভাগ বৰক্ষেত্ৰী অঞ্চলত বিনামূলীয়া চিকিৎসা কৰি গাৱে-ভূৱেঁ ঘূৰি ফুৰা কথা কাৰো অবিদিত নহয়।

১৯৯১ চনৰ নিৰ্বাচনৰ দিন চমু চাপি অহাৰ সময়ত হঠাৎ এদিন সেই ব্যক্তিজনৰ সান্নিধ্য পোৱাৰ দুৰন্ত হেপাহ বুকুত বান্ধি নলবাৰী হৈ গলো বেলশৰৰ ডাক্তৰ বৰ্মন চাৰৰ ঘৰ বিচাৰি, লগত মোৰ ভতিজা (বি, ই,) ৰহুল আমিন। কিছুদূৰতে ঘৰৰ অনুসন্ধান কৰাত কলে সেই বাহৰ বাৰীটোৰ সিপাৰে ঘৰ। গৈ দেখিলো সাধাৰণ টিন পাতৰ পুৰণি ঘৰ। নিৰ্বাচনৰ বতৰ চাৰ ঘৰত নাই। ঘৰত আছে বাইদেউ আৰু সৰু ছোৱালী জনী। আমাক কৰ পৰা গলো সুধিলে, আমি বৰক্ষেত্ৰীৰ পৰা যোৱাৰ কথা কলো। লগে লগে আমাক বহিবলৈ আসন দিলে আৰু ক্ষন্তেক বিৰতিৰ পিছতে চাহ পানীৰ ব্যৱস্থা হ'ল। সহজভাৱে বাইদেৱে আমাৰ লগত কথা বতৰা পাতিলে আৰু ইলেকচনত চাৰক সহায় কৰাৰ কথা কলে। আমি কলো হব বাইদেউ। বিদায় লৈ আহিলো যদিও মনত দুখ, চাৰক লগ নাপালো। অথচ চাৰ সিদিনা আহিছিল আমাৰ গাওঁ গলদীঘলাতে নিৰ্বাচনী প্ৰচাৰৰ অৰ্থে। যা হওঁক ইখন সিখন কৰি ভালেকেইখন মিটিংতে লগ পালো চাৰক। সহজ সৰল নিভাজ কথনভঙ্গী ঘৰুৱা ঠাচ। ১৯৯১ চনৰ নিৰ্বাচনত কংগ্ৰেছ প্ৰাৰ্থী হিচাপে নিৰ্বাচিত হৈ তেখেতে শইকীয়া মন্ত্ৰী সভাৰ অন্যতম মন্ত্ৰী শিক্ষা বিভাগৰ দায়িত্ব ললে। কোন কাহানিও অসমত নোহোৱা নজীৰ ৰাখিলে অসমৰ শ শ ভেঞ্চাৰ, এল. পি, এম. ই, হাইস্কুল চৰকাৰী কৰণ কৰি বহুতো নিৱনুৱাক শিক্ষাবিভাগত নানা পদত মকৰল কৰি যথেষ্ট তাৎপৰ্য্যতা বুটলিবলৈ সক্ষম হ'ল। সেই সময়তে বৰক্ষেত্ৰী অঞ্চলৰ পৰা ˚ নীলকান্ত কলিতাৰ অহোপুৰুষাৰ্থ চেষ্টাত প্ৰকাশ পোৱা বৰক্ষেত্ৰী সংবাদখন উদ্বোধন কৰি তেখেতে কৈছিল এখন স্থানীয় সংবাদ পত্ৰই

একোটা অঞ্চলক সকলো দিশতে যথেষ্ট আগুৱাই নিয়ে। জ্ঞান বিকাশৰ মাধ্যম হোৱাৰ লগতে ব্যক্তিক সমাজ সচেতন কৰে।

পিছলৈ তেখেতৰ যোগ্যতাই অন্য এক প্ৰমাণ কৰি দেখুৱালে যে পঞ্চায়ত মন্ত্ৰীৰ দায়িত্বও শইকীয়া চাহাবে অৰ্পণ কৰে। পঞ্চায়ত মন্ত্ৰী হৈ তেখেতে গাওঁ অঞ্চলৰ দুখীয়া বোৱনী শিপিনীৰ মাজত দুখীয়া লোক সকলৰ আৰ্থ সামাজিক দিশৰ যথেষ্ট উন্নতি সাধন কৰে। মই আগতে উল্লেখ কৰিছো যে কোনো ব্যক্তিয়ে সমালোচনাৰ উৰ্ধত নহয় তথাপিতো নিৰপেক্ষ দৃষ্টিৰে এটা কথা উল্লেখ কৰিছোঁ সেয়া হ'ল ডাঃ বৰ্মন চাৰৰ আমি জনাত কোনো দিনেই কোনো বাতৰি কাকতেও প্ৰকাশ কৰিব নোৱাৰিলে নাৰী কেলেঙ্কাৰী, মদ্য পানৰ কাহিনী নাইবা শোষণৰ দৰে অতি লোভনীয় বাতৰি। মই দেখিছো ৰাতি ১১/১২ বজালৈ, দিনৰ দিনটো অত-তত সভা সমিটি, ৰাতি ১১/১২ বজালৈ ৰাইজক সাক্ষাৎ কৰিও ভাগৰি নপৰে। আৰু ৰাতিপুৱা দেখো পাঁচ বজাতে উঠি গা পা ধুই ফুল কেইপাহ চিঙি পূজা কৰে কোনোবা অজান দেৱতাক। অক্লান্ত সেই মহান ব্যক্তি জনৰ মহান কৰ্মৰাজিয়ে তেখেতক ভৱিষ্যতে অধিক প্ৰেৰণা আৰু শক্তি প্ৰদানৰ জৰিয়তে গৰিব জনগণৰ অধিক উপকাৰ হ'ব বুলি ভগৱানৰ ওচৰত প্ৰাৰ্থনা ভিক্ষা সজাগ জনতাৰ কামনা। নিজৰ কৰ্মফল হাততে পোৱাৰ অন্য নিদৰ্শন অসমৰ সৰ্ব্বোচ্চ মুখ্যমন্ত্ৰীৰ দৰে সন্মানীয় গাদী তেখেতে কম সময়ৰ কাৰণে হলেও অলংকৃত কৰাটোৱে নহয় জানো?●

---

লিখক মহঃ আফটাবুদ্দিন আহমেদ, (গলদীঘলা) মুকালমুৱা অঞ্চলটোৰ এজন বিশিষ্ট সমাজসেৱক ও লিখক।

# একান্ত সৰল দৃষ্টিৰে ডাঃ ভূমিধৰ বৰ্মন

✍ কোযেশ্বৰ বৰুৱা

ডাক্তৰ, ডাক্তৰ যেন নলগা, সাধাৰণ মানুহে বিচৰা লাগতীয়াল ডাক্তৰ ভূমিধৰ বৰ্মন। গাঁৱৰ মানুহ, গাৱঁৰ মানুহৰে ডাক্তৰ। দূৰণিত থাকিলেও ডাঃ ভূমিধৰ বৰ্মন গাৱঁৰ মানুহৰ বাবে ঘৰৰ ওচৰৰ ডাক্তৰ। ৰোগীৰ ঘৰ দুৱাৰৰ, জীৱন, নিৰ্বাহৰ, পাৰিপাৰ্শ্বিকতাৰ বিষয়ে সততে সচেতন ডাঃ ভূমিধৰ বৰ্মন পোনতে ৰোগী আৰু ৰোগীৰ পৰিয়ালৰ সতে একাত্ম হৈ পৰে। ডাঃ ভূমিধৰ বৰ্মনে ৰোগী চোৱাৰ পিছত এটি স্বস্তিৰ পৰিবেশ গঢ়ি উঠে ; ৰোগীৰ স্বাস্থ্য ভালৰ পিনে গতি কৰে। 'ফিজ' বা 'ভিজিট'ৰ কোনো 'ডিমাণ্ড' নাই দেখি গৃহস্থই চিকিৎসা কাৰ্যত এনেয়ে সকাহ পায় ; স্বাভাৱিকতে ডাঃ ভূমিধৰ বৰ্মনৰ চিকিৎসাৰ গতানুগতিক প্ৰক্ৰিয়াত জটিলতা নাই। এই ক্ষেত্ৰত মানুহৰ সৰলতাই ডাঃ বৰ্মনৰো সৰলতা। ডাঃ ভূমিধৰ বৰ্মনৰ চিকিৎসা বিষযক স্বাভাৱিকতাই ৰোগ আৰোগ্যৰ আগজাননী।

অসম মেডিকেল কলেজ, ডিব্ৰুগড়ৰ পৰা ১৯৫৮ চনত, এম, বি, বি, এছ পাছ কৰি ডাঃ বৰ্মনে নিজগাওঁ বেলশৰতে চিকিৎসা সেৱা আৰম্ভ কৰে। ১৯৬৩ চনত সহকাৰী শৈল্য চিকিৎসক হিচাপে ডাঃ বৰ্মনে চৰকাৰী কামত সোমায়। ১৯৬৬ চনত কংগ্ৰেছৰ দলীয় ৰাজনীতিত সোমায় আৰু ১৯৬৭ চনত নলবাৰী পশ্চিম সমষ্টিৰ পৰা বিধায়ক নিবাচিত হয়। ডাঃ ভূমিধৰ বৰ্মন ১৯৭২ চনত একেটা বিধানসভা সমষ্টিৰ পৰা বিধায়ক নিৰ্বাচিত হয় আৰু সেইবাৰ শৰৎ সিংহ মন্ত্ৰীসভাত ৰাজ্যিক ৰাজহ ও ৰাজ্যিক শিক্ষা মন্ত্ৰীস্বৰূপে কাৰ্য নিৰ্বাহ কৰে। ১৯৮৩ চনত তৃতীয় বাৰৰ বাবে, অসম বিধান সভাৰ বিধায়ক স্বৰূপে নিৰ্বাচিত হৈ হিতেশ্বৰ শইকীয়া মন্ত্ৰীসভাৰ শিক্ষা, স্বাস্থ্য আৰু পৰিয়াল কল্যাণ মন্ত্ৰীস্বৰূপে কাৰ্য নিৰ্বাহ কৰে।

অসমত ১৯৮৩ চনৰ নিৰ্বাচন ৰাজনীতিৰ এটি দুৰ্বোধ্য সাঁথৰ স্বৰূপে পৰিগণিত হৈছিল। ৰাজনৈতিক জটিলতাৰ আৱৰ্তৰ আঁৰকাপোৰ গুচাই কংগ্ৰেছৰ ৰাজনীতি কৰাত ডাঃ ভূমিধৰ বৰ্মনৰ ভূমিকা উল্লেখযোগ্য।

ছাত্ৰ-সন্থাৰ আন্দোলন, তথা অসম আন্দোলনৰ বাস্তৱ পটভূমিত ৰাষ্ট্ৰীয় ৰাজনৈতিক দল কংগ্ৰেছৰ ৰাজ্যিক সভাপতি হৰেন্দ্ৰনাথ তালুকদাৰৰ নেতৃত্বত ১৯৮৩ চনৰ নিৰ্বাচন খেলা হৈছিল। ১৭ টা সমষ্টিত নিৰ্বাচন পাতিব পৰা নহ'ল। হিংসাত্মক ৰাজনৈতিক পৰিস্থিতিৰ মাজতো, কংগ্ৰেছ দলে বিধানসভাত সংখ্যাগৰিষ্ঠতা লাভ কৰিলে। দলৰ নেতা নিৰ্বাচিত হ'ল হিতেশ্বৰ শইকীয়া। দিল্লীৰ পৰা ৰাজেশ পাইলট আহি, কংগ্ৰেছ দলৰ নেতা নিৰ্বাচনৰ কাৰ্যসূচী সম্পন্ন কৰিলে। কংগ্ৰেছ দলৰ নেতা নিৰ্বাচনৰ আগমুহূৰ্ত্তত ডাঃ ভূমিধৰ বৰ্মনৰ ভূমিকা একান্ত ৰাজনৈতিক। ৰাজনীতিক হিচাবে ডাঃ ভূমিধৰ বৰ্মনে এই দিশত দক্ষতাৰ পৰিচয় দিলে। আৰু নিজৰ ৰাজনীতিৰ পথ প্ৰশস্ত কৰি ললে। কংগ্ৰেছ ৰাজনীতিৰ আৱৰ্তত থাকি ডাঃ ভূমিধৰ বৰ্মন, পাৰিবাৰিক দিশত যথেষ্ট ক্ষতিৰ সন্মুখীন হয়। ৰাজনৈতিক জটিলতাই জীৱন ছানি ধৰিলেও হিতেশ্বৰ শইকীয়াৰ এজন বিশ্বস্ত সহযোগী হিচাবে ভূমিধৰ বৰ্মনে, ব্যক্তিগত আৰু ৰাজহুৱা জীৱনৰ বিপদ নেওচি মন্ত্ৰীত্ব আৰু কংগ্ৰেছৰ সমূহীয়া, সংকটকালিন নেতৃত্বৰ আওঁতা ধৰি, ৰাজনীতি কৰিছিল।

একাগ্ৰতা, ডাঃ ভূমিধৰ বৰ্মনৰ এটি বিশিষ্ট গুণ। একাগ্ৰতাৰ বলত ডাঃ বৰ্মনৰ ৰাজনৈতিক পথ প্ৰশস্ত হৈছিল। কংগ্ৰেছৰ দলীয় নেতৃত্বৰ প্ৰতি অবিচলিত আস্থাই ডাঃ বৰ্মনক সকলোৰে আস্থাভাজন কৰি তুলিছিল। শেহত হিতেশ্বৰ শইকীয়াৰ অকাল বিয়োগৰ মূহুৰ্ত্তত, আন জ্যেষ্ঠ মন্ত্ৰীৰ বৰ্ত্তমানতো, অলপ দিনৰ কাৰণে হ'লেও কংগ্ৰেছৰ পৰম প্ৰয়োজনৰ মূহুৰ্ত্তত, মুখ্যমন্ত্ৰীত্বৰ দায়িত্ব কান্ধ পাতি ল'ব লগা হ'ল। ডাঃ বৰ্মন অৱলীলা ক্ৰমে অসমৰ মুখ্য মন্ত্ৰী হ'ল। ডাঃ বৰ্মনৰ বাবে ৰাজনৈতিক এনে সাফল্য তেওঁৰ সততা, সৰলতা, আত্মবিশ্বাস আৰু একাগ্ৰতাৰ ফলশ্ৰুতি।

১৯৯১ চনৰ সাধাৰণ নিৰ্বাচনত ডাঃ ভূমিধৰ বৰ্মনে বৰক্ষেত্ৰী সমষ্টিৰ পৰা অসম বিধান সভালৈ নিৰ্বাচিত হ'লত, হিতেশ্বৰ শইকীয়া মন্ত্ৰীসভাত, শিক্ষা, পঞ্চায়ত স্বাস্থ্য আৰু পৰিয়াল পৰিকল্পনা দপ্তৰৰ কেবিনেট মন্ত্ৰী হিচাবে কাৰ্যনিৰ্বাহ কৰে। ১৯৯৬ চনৰ সাধাৰণ নিৰ্বাচনৰ মাজতে মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াৰ

আকস্মিক বিয়োগত ডাঃ ভূমিধৰ বৰ্মনে অসমৰ মুখ্য মন্ত্ৰীৰ দায়িত্বভাৰ গ্ৰহণ কৰে। ১৯৮৩ চনৰে পৰা একনিষ্ঠ কংগ্ৰেছী ৰাজনীতিক হিচাবে কংগ্ৰেছ নেতৃত্বৰ প্ৰতি দায়বদ্ধতা প্ৰকাশ কৰা আৰু নিজৰ জীৱন বিপন্ন কৰিও চৰকাৰী কামত অবিচলিতভাৱে আত্মনিয়োগ কৰাৰ বাবে ডাঃ বৰ্মনৰফালে ৰাজ্যৰ ৰাজনীতিৰ বতাহ বলিবলৈ আৰম্ভ কৰিছিল। ক্ষমতা ৰাজনীতিৰ মাপকাঠি হলেও, ক্ষমতাৰ প্ৰদৰ্শন, ক্ষমতাৰ অপব্যৱহাৰৰ প্ৰতি ডাঃ ভূমিধৰ বৰ্মন সদাই সচেষ্ট আছিল। দুখীয়াৰ প্ৰতি দয়া, সদিচ্ছা আৰু সহযোগৰ প্ৰবৃত্তি ডাঃ বৰ্মনৰ নিজস্ব প্ৰতিভা। ক্ষমতাই মানুহক অন্ধ কৰে। ডাঃ বৰ্মন ইয়াৰ বাহিৰতে ৰ'ল।

সাধাৰণ জীৱন যাপন, সৰ্বসাধাৰণৰ সতে সহ অৱস্থান ডাঃ ভূমিধৰ বৰ্মনৰ জীৱন যোৰা অনুলেখ। ধৰ্মৰ প্ৰতি অনুৰাগ ; আত্ম বিশ্বাস ; যিকোনো সন্ত্ৰাসৰ প্ৰতি উদাসীন— এইবোৰ ডাঃ বৰ্মনৰ নিজস্ব অভিব্যক্তি।

উদাৰ, অনাসক্ত জীৱনবোধ, সকলো জাতি-গোষ্ঠীৰ প্ৰতি সমভাৱ, পৰিস্থিতিৰ স'তে সাহসৰ সমীকৰণ ডাঃ ভূমিধৰ বৰ্মনৰ আন কেইটিমান গুণ।

ৰাজনৈতিক অসমান গতিপথত কিছু হেৰুৱাই, ৰাজনীতিৰ সংস্থিতিত বৈষয়িক কিছু গোটোৱাৰ প্ৰবৃত্তি, ৰাজনীতিৰেই ফলশ্ৰুতি। ডাঃ ভূমিধৰ বৰ্মন এই আবৰ্তৰ বাহিৰত নহয়। হলেও, ৰাইজৰ সুখ-সমৃদ্ধিত ডাঃ বৰ্মনৰ আস্থা আছে ; নিজৰ আৰু আন বহুতৰ গতিশীল, সুশীল জীৱন যাপনত ডাঃ ভূমিধৰ বৰ্মনে গুৰুত্ব আৰোপ কৰে। ডাঃ ভূমিধৰ বৰ্মন, একেধাৰে মানৱ দৰদী ৰাজনীতিক, মানুহৰ ডাক্তৰ ; শিক্ষাবিদ, সমাজৰ সংগতি আৰু ৰাষ্ট্ৰীয় সংহতিৰ জীৱন্ত প্ৰতীক।●

---

লেখক কোযেশ্বৰ বৰুৱা, প্ৰাক্তন এম এল. এ আৰু বিশিষ্ট সমাজকৰ্ম্মী, সাহিত্যিক ও কেবাখনো গ্ৰন্থৰ লিখক, শিক্ষাবিদ। বৰ্ত্তমান 'অসম সেৱা' সমিটিৰ সম্পাদক।



অসমৰ মুখ্যমন্ত্ৰী হিচাবে তদানীন্তন অসমৰ ৰাজ্যপাল মাননীয় শ্ৰীযুত লোকনাথ মিশ্ৰদেবৰ ওচৰত শপত গ্ৰহণ কৰাৰ মুহুৰ্ত্তত।



অসমৰ প্ৰাক্তন ৰাজ্যপাল মাননীয় শ্ৰীযুত লোকনাথ মিশ্ৰ, বিশিষ্ট সাংবাদিক পদ্মশ্ৰী সতীশ চন্দ্ৰ কাকতিৰ লগত ডাঃ ভূমিধৰ বৰ্মন।



ভাৰতৰ প্ৰাক্তন ৰাষ্ট্ৰপতি প্ৰয়াত ড° শঙ্কৰ দয়াল শৰ্ম্মাৰ লগত ডাঃ ভূমিধৰ বৰ্মন।



ভাৰতৰ প্ৰাক্তন প্ৰধান মন্ত্ৰী প্ৰয়াত ৰাজীৱ গান্ধী, ডাঃ ভূমিধৰ বৰ্মন আৰু অসমৰ প্ৰাক্তন মন্ত্ৰী চিলভিউচ কন্দপান।

# ডাঃ ভূমিধৰ বৰ্মন ঃ ব্যক্তি আৰু ব্যক্তিত্ব

আলহাজ শ্বেইখ্ চমছেৰ আলি

অসমৰ সামাজিক, ৰাজনৈতিক আৰু চিকিৎসা জগতলৈ যি কেইগৰাকী ব্যক্তিয়ে নিৰৱিচ্ছিন্ন ভাৱে অথচ নিষ্ঠা আৰু সততাৰে বৰঙণি যোগাই আহিছে সেই সকলৰ ভিতৰত ডাঃ ভূমিধৰ বৰ্ম্মনো এজন। আজীৱন জনসেৱাঁত নিবেদিত প্ৰাণ, এইগৰাকী চিৰ-নতুন ব্যক্তিত্বৰ অধিকাৰী জনদৰদী নেতাৰ কৰ্ম্মময় জীৱন-বীক্ষা বিচিত্ৰ আৰু আদৰ্শনীয়। গাঁৱৰ বোকা পানীৰ মাজত ডাঙৰ-দীঘল হোৱা হজুৱা কৃষক পৰিয়ালৰ সন্তান বৰ্ম্মন ডাঙৰীয়াই একান্ত একাগ্ৰতা আৰু অধ্যৱসায়ৰ বলত চিকিৎসা শাস্ত্ৰত বিশেষ বুৎপত্তি লাভ কৰি এগৰাকী সু-চিকিৎসক হিচাপে জন মানসত নিজকে প্ৰতিষ্ঠা কৰি অসমৰ ৰাজনীতি, সমাজনীতিত একনিষ্ঠ ভাৱে লাগি থাকি ৰাজ্যখনৰ মুখ্যমন্ত্ৰীৰ পদতো অধিষ্ঠিত হৈ ইতিহাস ৰচিবলৈ সক্ষম হৈছে। তেখেতৰ জীৱন আৰু সংগ্ৰামৰ ওপৰত আলোকপাত কৰি এখনি অভিনন্দন-গ্ৰন্থ প্ৰকাশ কৰাৰ যো-জা চলিছে বুলি জানিব পাৰি আমি অতিশয় আহ্লাদিত হৈছোঁহক আৰু এই আপাহতে এইগৰাকী বৰেণ্য ব্যক্তিৰ বিষয়ে দুই এটা খুটি নাতি কথা বেকত কৰাৰ প্ৰয়াস কৰিছোঁ। এইখিনিতে উনুকিয়াই থওঁ যে -- ব্যক্তিগতভাৱে মই কোনো ৰাজনৈতিক দলৰ সদস্য নহওঁ। প্ৰসিদ্ধ গল্পকাৰ ৰিজুদাই (ৰিজু হাজৰিকা) কোৱাৰ দৰে "সাহিত্যিক সকল সক্ৰিয় ৰাজনীতিৰ পৰা আতৰি থকা ভাল" -- এই কথাষাৰ মইও বিশ্বাস কৰোঁ। চাঁকৰিৰ পৰা অৱসৰ গ্ৰহণৰ পিছৰ কথা অৱশ্যে সুকীয়া। এইকথা পিছে পৰেও ক'ব পৰা যাব।

ডাঃ বৰ্ম্মনৰ কথা মনলৈ আহিলেই অইন এগৰাকী ব্যক্তিৰ কথা আৰু কাহিনীৰ স্মৃতিয়ে মোক দোলা দি যায়। ১৯৯৫ চনত আমি "বিশ্বতীৰ্থ হজ আৰু জিয়াৰত"ৰ অৰ্থে চৌদিআৰবলৈ গৈছিলোঁ। মোৰ সহযাত্ৰী আছিল লোহাৰকাঠা হাবলাকুৰৰ অৱসৰপ্ৰাপ্ত কৃতি শিক্ষক নাছিৰুদ্দিন আহমেদ। আমাৰ যাত্ৰাপথত তথা চৌদি আৰবত থকাকালীন সময়চোৱাত বহুতো সুখ-দুখৰ কথা পাতিছিলোঁ। প্ৰসঙ্গত

ডাঃ ভূমিধৰ বৰ্ম্মনৰ লগত হোৱা সান্নিধ্য, তেখেতৰ হকে নিৰ্ব্বাচনত লাগি-ভাগি দিয়াৰ কথা, গাৱলীয়া ৰাজনীতিৰ কথা সকলোবোৰ তেওঁ সহৃদয়েৰে ব্যাখ্যা কৰিছিল। ডাঃ বৰ্ম্মনৰ ব্যক্তিত্ব আৰু মহানুভৱতাত আকৃষ্ঠ নিমজ্জিত এইগৰাকী সহজ সৰল অথচ ৰূপহ্ ব্যক্তিৰ জীৱন সংগ্ৰাম তথা চাকৰিৰ কাৰ্য্যকালত বহুতো আহুকলীয়া পৰিস্থিতিৰ কথা মই জনাৰ সুযোগ পাইছিলোঁ। তেওঁ আশা কৰিছিল ডাঃ বৰ্ম্মনে তেওঁৰ চাকৰিটোত তেওঁৰেই যোগ্য পুত্ৰ এগৰাকীক মকৰল কৰিব ; কিন্তু হজ্বত যোৱাৰ আগে আগে গম পালে তেওঁৰ পদটোত নতুন এজনক মকৰল কৰি --"মানুহ আৰু পদ সহকাৰে নলবাৰীৰ ওচৰৰ কোনো এখন স্কুলত সংলগ্ন কৰি দিছে।" ডাঃ বৰ্ম্মনক লগ ধৰাৰ অৱকাশো নাছিল তেতিয়া। ভগ্ন হৃদয় লৈ তেওঁ তেওঁৰ যাত্ৰা পথত অগ্ৰসৰ হ'ল আৰু প্ৰাৰ্থনাৰ সময়ত "হায়াত, মওঁত, ৰিজিক, দৌলত আল্লাহৰ ওচৰত সমৰ্পণ কৰি "ডাঃ বৰ্ম্মনক সুমতি দিয়া আৰু তেখেতৰ সু-স্বাস্থ্য দান কৰা" -- এনে ধৰণৰ কথা প্ৰায়েই উচ্চাৰণ কৰিছিল। "আল্লাহৰ মেহমান হজ্বযাত্ৰীৰ দোআ" কবুল নহৈ নোৱাৰে। হজ্ব সম্পন্ন কৰি উভতি অহাৰ ১৫ দিন মান পিছত একপ্ৰকাৰ হাবু ডাবু খাইয়েই আহমেদ চাহাব আমাৰ ঘৰত উপস্থিত। জানে আলি বাবু, "ডাঃ বৰ্ম্মন চাৰ মাজতে এদিন আমাৰ ঘৰলৈ আহিছিল। ঘৰৰ মানুহখিনিৰ খা-খবৰ লৈ তেখেতে, ল'ৰাটোৰ এপইন্টমেন্ট লেটাৰ খন হাতে হাতে দি থৈ গৈছে। এনে মৰম আকলুৱা মানুহ পাবলৈ বিৰল।" সহযাত্ৰী হিচাপে খবৰটো দিলোঁ।

এনে ধৰণৰ আৰু দুই এটা উদাহৰণ আছে, য'ত ডাঃ বৰ্ম্মনৰ মানৱীয় দৃষ্টিভঙ্গী শাশ্চত ৰূপত প্ৰতিভাত হৈছে। কথিত আছে যে চামতাৰ জনৈক আকেৰ আলী মাষ্টৰৰ হঠাৎ দেহাৱসান হোৱাত ডাঃ বৰ্ম্মন গৈছিল তেওঁলোকৰ ঘৰলৈ শোক সন্তপ্ত পৰিয়াললৈ সমবেদনা জনাবলৈ। ঘৰৰ মানুহখিনিৰ আৰ্থিক বিসঙ্গতিৰ কথা ডাঃ বৰ্ম্মন ডাঙৰীয়াৰ আগতে জনা আছিল। কথাৰ চলতে মাষ্টৰৰ বৰপুত্ৰৰ হাতত "কম্পেন চে'তৰী গ্ৰাউণ্ড"'ত দেউতাকৰ ঠাইত তেওঁলৈ বুলি লৈ যোৱা এপইন্টমেন্ট লেটাৰ" খন হাতত তুলি দিলে। চকু পানীৰে বাট নেদেখা পৰিয়ালৰ লোকৰ মুখলৈ যেন পানী আহিল। শোকৰ পৰিবৰ্ত্তে আনন্দৰ ঢৌ থাওকতে যেন বাগৰি গ'ল।

অসমৰ সাহিত্য আকাশৰ এগৰাকী নমস্য ব্যক্তি কবি জমিৰুদ্দিন আহমেদ তেতিয়া শয্যাশায়ী। অভাৱে পীড়া কৰা ঘৰখন সকাহ দিবলৈ আয়ৰ পথ নাই বুলিয়েই ক'ব পাৰি। হঠাৎ এদিন তেওঁৰ পকোৱাৰ ঘৰত ডাঃ বৰ্ম্মনৰ আগমণ ঘটিল। পৰিস্থিতি দেখি তেখেত হতাশ হোৱা দি হ'ল। কি জানো মন গ'ল ডাঃ বৰ্ম্মনে কবি গৰাকীক আশ্বাস দিলে — "অমুক স্কুলৰ সহকাৰী শিক্ষক এগৰাকীয়ে অৱসৰ পাইছে। সেই "পোষ্ট"টো আপোনাৰ ল'ৰাৰ বাবে ৰিজাৰ্ভ থাকিল। খা-খবৰ লৈ থাকিবলৈ ক'ব।" সেইমতে পৰৱৰ্ত্তী "গভৰ্ণিং বডী"ৰ বৈঠকত কথাটো সদৰিও কৰিলে। অন্যান্য প্ৰাৰ্থী আৰু ৰাইজেও বিষয়টো সম্পৰ্কত অৱগত হ'ল। সেই স্কুলখনত "অনাৰাৰী" হিচাপে কাৰ্য্যনিৰ্ব্বাহ কৰা স্থানীয় শিক্ষক গৰাকী এদিন পিতৃ সহ কবি চাহাবৰ ঘৰত ওলালহি। তেওঁলোকে কাবৌ ককালিকৈ ক'লেহি "আমি জানো "পোষ্ট"টো আপোনাৰ ল'ৰাৰ বাবে আচুতীয়াকৈ ৰখা আছে। তৎস্বত্বেও আমালৈ সদয় হৈ সুবিধাকণ এইবাৰলৈ দিয়ক। নহলে নিগমেই মৰিলোঁ।" প্ৰসঙ্গক্ৰমে বামুণ পৰিয়ালটোৰ দুঃখ দৈন্যৰ কথাও ওলাল। পৰিণতিত কবি চাহাবৰ ল'ৰাজনে "পোষ্ট"টোৰ বাবে "এপ্লাই" নকৰাত "ভট্টাচাৰ্য্য" উপাধিৰ সেই ল'ৰাজনে চাকৰিটো পালে। অভাৱীয়ে অভাৱীক সহায় কৰা এনে দৃষ্টান্তও বিৰল।

ওপৰৰ কাহিনী দুটি মোক কৈছিল গুৱাহাটী মেডিকেল কলেজৰ "ডায়েবিটিজ ইউনিট"ত চিকিৎসাধীন হৈ থকা বেলশৰ ছোৱালী হাইস্কুলৰ প্ৰধান শিক্ষক আতোৱাৰ ৰহমান চাহাবে। আমাৰ একালৰ নলবাৰী কলেজৰ সহপাঠী ৰহমান চাহাবে আৰু কৈছিল ভালেমান দিনৰ আগৰ কথা। আমাৰ ঘৰলৈ আহিছিল ডাঃ বৰ্ম্মন চাৰ। খা-খবৰ লোৱাৰ অন্তত মোৰ ফালে তেখেতে তীক্ষ্ণ দৃষ্টিৰে চাই হাতজোৰ কৰি কৈছিল — "ৰহমান চাহাব, আপুনি যিমান সোনকালে পাৰে গুৱাহাটীলৈ গৈ ডাঃ সৰোজিনী দত্ত চৌধুৰী বাইদেউক লগ ধৰক। মই ৰাজনৈতিক নেতা হিচাপে কোৱা নাই ; ৰাইজৰ সেৱক এগৰাকী ডাক্তৰ হিচাপেহে এই কথা কৈছোঁ।" বহু পলমকৈ চিকিৎসাধীন হোৱা বাবে এতিয়া ৰহমান চাহাবক চকুৰ বেমাৰ, কিড্‌নিৰ 'ট্ৰাবল' আৰু অন্যান্য অসুখে বাৰুকৈয়ে পীড়িত কৰিছে। ডায়েবিটিজৰ কিছু উপশম হৈছে যদিও অন্যান্য উপসৰ্গবোৰ দেহত লাগিয়েই আছে। আমি আচৰিত হৈছোঁ বেমাৰীয়ে ডাক্তৰক হাতজোৰ কৰি ৰোগৰ আৰোগ্য

বিচাৰে, কিন্তু ডাক্তৰে হাতজোৰ কৰি চিকিৎসাৰ বাবে বেমাৰীক কাকুতি কৰাৰ কথা শূনা নাই। সেয়ে ক'ব পাৰি ডাঃ ভূমিধৰ বৰ্ম্মন এক অনন্য ব্যক্তিৰ ব্যক্তিত্বৰে বিধোত। মানৱীয় প্ৰমূল্যৰ অন্য এক আৰ্কঁৰ বুলি তেখেতক আখ্যায়িত কৰিবৰ মন যায়।

ডাঃ বৰ্ম্মনে এম. বি. বি. এছ পাছ কৰি বেলশৰৰ শিঙিমাৰীৰ ঘৰত পদাৰ্পণ কৰাৰ সময়ত আমি বেলশৰ হাইস্কুলৰ দশম মান শ্ৰেণীৰ ছাত্ৰ। ডাঃ বৰ্ম্মনৰ নাম তেতিয়া মানুহৰ মুখে মুখে। তেখেতৰ হাইস্কুলীয়া জীৱন, কলেজীয়া জীৱন আৰু ব্যক্তিগত মেধাৰ কথা আমাৰ বাবে আদৰ্শস্বৰূপ। মানুহজনক স্বচক্ষে দেখাৰ বাবে, সহপাঠী বীৰেণ শৰ্ম্মাৰ লগত, আমাৰ স্কুলৰ ছাত্ৰ-দল এটি গৈছিলোঁ। কথা-বতৰা অৱশ্যে পতা হোৱা নাছিল।

সেয়ে আৰম্ভণী। বিভিন্ন পৰীক্ষা-নিৰীক্ষাৰ অন্তত চিকিৎসা-শাস্ত্ৰত বিশেষ ব্যুৎপত্তি লভা ডাঃ বৰ্ম্মনৰ ঘৰলৈ বিভিন্ন ৰোগত ভোগা বেমাৰী লোকৰ অবিশ্ৰান্ত সোঁত বলৈ ধৰে। বিশেষকৈ গাওঁৰ দুখীয়া-নিচলা লোকে সামান্য পাৰিতোষিক বা প্ৰায়ভাগেই কোনো "ফিজ" নিদিয়াকৈয়ে ডাক্তৰ গৰাকীৰ পৰা সুচিকিৎসা পায়। গোটেই পশ্চিম নলবাৰী অঞ্চলটোত জনদৰদী চিকিৎসক হিচাপে ডাক্তৰ বৰ্ম্মন হিয়াৰ আমঠু হৈ পৰে। সমাজৰ বৰমুৰীয়া, সমাজসেৱক, শিক্ষক আৰু উঠি অহা চাম ডাক্তৰ গৰাকীৰ প্ৰশংসাত পঞ্চমুখ। এই জনপ্ৰিয়তাই ডাক্তৰ বৰ্ম্মনক দৰদী চিকিৎসক হিচাপেই নহয়, এগৰাকী নিষ্ঠাবান সমাজকৰ্ম্মী হিচাপেও জনমানসত প্ৰতিষ্ঠা কৰে।

ইয়াৰ পিছত ডাঃ বৰ্ম্মনে ভাৰতীয় জাতীয় কংগ্ৰেছৰ পতাকাৰ তলত ১৯৬৭ চনত পোন প্ৰথমবাৰৰ বাবে পশ্চিম নলবাৰী সমষ্টিৰ পৰা প্ৰতিদ্বন্দ্বিতা কৰি এম এল এ নিৰ্ব্বাচিত হৈ অসম বিধান সভাত প্ৰবেশ কৰে। সমষ্টিটোৰ ৰাইজৰ অকুণ্ঠ সমৰ্থন আৰু একাগ্ৰতাৰ স্বাক্ষৰ স্বৰূপে তেখেতে দ্বিতীয় বাৰ ১৯৭২ চনত অসম বিধান সভালৈ নিৰ্ব্বাচিত হৈ শৰৎ চন্দ্ৰ সিংহ মন্ত্ৰীসভাত ৰাজহ আৰু ৰাজ্যিক শিক্ষা বিভাগৰ ৰাজ্যিক মন্ত্ৰী হিচাবে কাৰ্য্যভাৰ গ্ৰহণ কৰে। স্বাস্থ্যমন্ত্ৰী হিচাপে ডাঃ বৰ্ম্মনে বিভাগটোক অধিক কাৰ্য্যক্ষম কৰি তোলাৰ লগতে গাওঁ-অঞ্চলত চিকিৎসা সম্প্ৰসাৰিত কৰাত বিশেষ দক্ষতা প্ৰদান কৰে। অসম মন্ত্ৰী সভাত শিক্ষামন্ত্ৰী হিচাপেও তেখেতে কাৰ্য্যনিৰ্ব্বাহ কৰে হিতেশ্বৰ শইকীয়া মন্ত্ৰী সভাত আৰু স্বাস্থ্য

মন্ত্ৰী চিকিৎসা আৰু শিক্ষা উভয় দিশতে, সকলোৰে দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হোৱা ডাক্তৰ বৰ্ম্মনে গাৱঁৰ মাজে মাজে বাটকুৰি বাই অৰ্দ্ধশিক্ষিত, অশিক্ষিত, চহা-বনুৱা, নিচলা লোকলৈ বিনা-পইচাই চিকিৎসা আগবঢ়োৱাত কাৰ্পণ্য কৰা নাছিল। সেয়া প্ৰায় এটা দশক জুৰি ব্যাপ্ত অন্য এক সোণালী অথচ সপোন সপোন লগা অধ্যায়। ১৯৮৩ চনতো তেখেতে ধৰ্মপুৰ সমষ্টিৰ পৰা নিৰ্ব্বাচিত হয় যদিও ......। পৰৱৰ্ত্তী কালত (১৯৯১) বৰক্ষেত্ৰী সমষ্টিক প্ৰতিনিধিত্ব কৰি ডাঃ বৰ্ম্মন পুনৰ অসম বিধান সভালৈ নিৰ্ব্বাচিত হয় আৰু প্ৰয়াত মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াৰ শূন্য আসনত কিছুদিনৰ বাবে মুখ্যমন্ত্ৰী হোৱাৰো নজীৰ বহন কৰাৰ সৌভাগ্য লভে। অত্যন্ত সহজ-সৰল তথা তীক্ষ্ণ মেধা আৰু বুদ্ধিৰ গৰাকী এইজনা জনদৰদী নেতাই অতীতত লগ পোৱা বা সমৰ্থন যোগোৱা লোক সকলক মুঠেও পাহৰা নাই। বিশেষকৈ বৰক্ষেত্ৰী বৰ্ণি ব্লক কংগ্ৰেছৰ তেতিয়াৰ সভাপতি আজিজৰ ৰহমান (সম্বৰু)ক উগ্ৰবাদীয়ে হত্যা কৰাৰ পিছতে ডাঃ বৰ্ম্মন তেওঁলোকৰ ঘৰত উপস্থিত হৈ পৰিয়ালৰ লোকলৈ ব্যক্তিগত ভাবে নগদ ৩,০০০/- টকা, চৰকাৰী অনুদান - ১,০০,০০০/-টকা আগবঢ়োৱাৰ ওপৰিও মৃতকৰ জ্যেষ্ঠ পুত্ৰ জাফাৰ আলী আৰু দ্বিতীয় পত্নী পুতুলী বেগমক চৰকাৰী চাকৰিৰ ব্যৱস্থা কৰি দিয়ে। এতিয়া উক্ত সভাপতি পদত অধিষ্ঠিত হৈ থকা আমাৰ ভাগিন জোঁৱাই আয়েদৰ ৰহমানে ডাঃ বৰ্ম্মনৰ মহানুভৱতাৰ পৰিচয় দাঙি ধৰি "দেৱতা সদৃশ নেতা" গৰাকীৰ গুণৰ প্ৰশংসা কৰে এনেদৰে।

"অসীম সাহসী আৰু কৰ্ম্মঠ ডাঃ বৰ্ম্মনে মুকালমুৱা অঞ্চলৰ বাট-পথ, চিকিৎসালয়, শিক্ষানুষ্ঠান আদি গঢ়ি তোলাৰ ক্ষেত্ৰত এক বিশেষ কৃতিত্বৰ দাবী ৰাখে"। তেখেতৰ আপ্ৰাণ চেষ্টাৰ ফলতেই কালাৰ চৰত বসবাস কৰা অভিবাসী মানুহখিনিয়ে জীৱিকাৰ নতুন পথ উপলব্ধি কৰাৰ লগতে শিক্ষা-দীক্ষা, কৃষি, চিকিৎসা অন্যান্য সুবিধা পোৱাৰ অলেখ উদাহৰণ আছে। অঞ্চলটোত পানী যোগান, ডিচ্‌পিনচাৰী স্থাপনৰ লগতে, তেতিয়াৰ মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াৰ উপস্থিতিত, এক ৰাজহুৱা সভাত ১৩ টাকৈ শিক্ষক (এল-পি আৰু এম ই) পদৰ সৃষ্টি কৰি চৰকাৰী কৰণ কৰাৰ কথা ঘোষণা কৰিছিল। এই কথা এসময়ত শিক্ষকতা কৰা আৰু এতিয়া দিছপুৰ, খৃষ্টানবস্তি মছজিদৰ "ইমাম" হিচাপে কাৰ্য্যনিৰ্ব্বাহ কৰি থকা হাফিজ মফিজুদ্দিন আহমদ চাহাবে সহৃদয়তাৰে সোঁৱৰাৰ লগতে

অঞ্চলটোত ডাঃ বৰ্ম্মনৰ অভূতপূৰ্ব বৰঙণি শ্ৰদ্ধাৰে ব্যক্ত কৰিছে। প্ৰসঙ্গতঃ বাটশৰ বৰক্ষেত্ৰী বৰ্ণি, বিপ্লেশ্বৰ, চুৰচুৰী আদি গাওঁবাসী, বিশেষকৈ পিছপৰা অঞ্চলৰ প্ৰতি মুক্তহস্তে বিভিন্ন দিশত বৰঙণি আগবঢ়াই ডাঃ বৰ্ম্মন কেনেদৰে অঞ্চলটোত জনপ্ৰিয়তা অৰ্জন কৰি আছে তাৰে এক খতিয়ান দিয়াৰ লোভ সামৰিব নোৱাৰিলোঁ।

পথ-উন্নয়নৰ ক্ষেত্ৰত -- (১) হৰহৰীয়া পাৰা চুপাৰ মাজেৰে, পৰমেশ বিদ্যাপীঠৰ সন্মুখেৰে বগুৰীহাটীলৈ যোৱা পথ, (২) বৰ্ণি চ'কৰ পৰা শালৈ চুপাৰ মাজেৰে, বাটসৰ খামচামা চুপা হৈ বামুণপাৰালৈ সংযোগী পথ, (৩) বেলশৰ থানাৰ পৰা আদেহা হৈ বালাপাৰা চুপাৰ মাজেৰে নদিলাপাৰাত মিলিত হোৱা শণিৰাম ৰোডৰ সংযোগী পথ, (৪) বৰ্ণিৰ মছজিদ চ'কৰ পৰা বুজিলাপাৰা হৈ মালিপাৰালৈ যোৱা সংযোগী পথ, (৫) জাগাৰা ৰোডৰ পৰা ৰৌমাৰী হৈ শনিৰাম ৰোডত লগলগা সংযোগী পথ আৰু (৬) শনিৰোডৰ মোক্তাব চ'কৰ পৰা বাটসৰৰ মাজৰ চুপা হৈ হাজাৰাপাৰা বামুণপাৰা সংযোগী পথ -- কেইটিৰ উন্নয়নে অঞ্চলটোৰ অনন্য ৰূপ পৰিগ্ৰহ কৰিছে।

—চিকিৎসা সাহাৰ্য্যৰ ক্ষেত্ৰত বাটসৰ স্বাস্থ্য উপকেন্দ্ৰ, বৰক্ষেত্ৰী বৰ্ণি উপ-স্বাস্থ্যকেন্দ্ৰ; বি বি এছ বি ছোৱালী এম ই স্কুলৰ গৃহ নিৰ্ম্মাণৰ অনুদান, বি বি এছ বি হাইস্কুলৰ গৃহ নিৰ্ম্মাণৰ অনুদান, মধ্য বাটসৰ প্ৰাথমিক বিদ্যালয়ৰ গৃহ নিৰ্ম্মাণৰ অনুদান, বাটসৰ চুৰচুৰী প্ৰাথমিক বিদ্যালয়ৰ গৃহ-নিৰ্ম্মাণৰ অনুদান বাটসৰ বৰ্ণি মিলন ঈদ্‌গাহৰ পুখুৰী নিৰ্ম্মানৰ অনুদান, বৰক্ষেত্ৰী, বৰ্ণি বিপ্লেশ্বৰ প্ৰাথমিক বিদ্যালয়ৰ গৃহ নিৰ্ম্মাণৰ অনুদান, বৰক্ষেত্ৰী বৰ্ণি মিলন হাই মাদ্ৰাছাৰ গৃহ নিৰ্ম্মাণৰ অনুদান আদি ভালেমান সামাজিক, শৈক্ষিক আৰু ধৰ্ম্মীয় অনুষ্ঠানৰ সৰ্ব্বতো প্ৰকাৰৰ বিকাশ সাধনৰ অৰ্থে কিমান যে অহোপুৰুষাৰ্থ ডাঃ বৰ্ম্মনে কৰিছে সেইবোৰৰ তালিকা প্ৰস্তুত কৰিলে প্ৰতিবেদন দীঘলীয়া হ'ব। ডাঃ বৰ্ম্মন এই অঞ্চলৰ সৰ্ব্ব সাধাৰণ ৰাইজৰ বাবে যে মনৰ মানুহ, কামৰ মানুহ এই কথা আৰু এতিয়া গোপন হৈ থকা নাই। অঞ্চলটোৰ উঠি অহা নিবনুৱা চামৰ কৰ্মসংস্থানৰ সুবিধা আগবঢ়োৱাতো ডাঃ বৰ্ম্মনৰ সদিচ্ছা আৰু একাগ্ৰতাৰ তুলনা নাই। খা-খবৰ কৰি গম পোৱা গৈছে — (১) এল পি স্কুলৰ শিক্ষক পদত সৰ্ব্বশ্ৰী খচ্ছুৰ আলী, আমিৰ আলি, আনচেৰ আলী, ৰহমান আলী, আনোৱাৰ হুছেইন, জাকিৰ হুছেইন, আমিৰ আলী (২) বাবুল আলী, মজিবৰ ৰহমান, মইনুদ্দিন আহমেদ,

(৩) এম ই স্কুলৰ শিক্ষক পদত আক্ৰাম হুছেইন, আজিজৰ ৰহমান, নাছিৰ আহমেদ, মইনুল হক, আতোৱাৰ ৰহমান, মইন আহমেদ, (৪) হাইস্কুল পৰ্য্যায়ত – আফাজুদ্দিন আহমেদ, চাবেৰুদ্দিন আহমেদ, ৰফিক আলী, তাইজুদ্দিন আহমেদ, ইছলাম আলী, তাইজ আলী, অন্যান্য বিভাগত জাফাৰ আলী, জালাল আলী, ইব্ৰাহিম আলী, চাহনুৰ আলী আদি ভালেমান চাকৰিয়ালৰ নাম ল'ব পাৰি। অঞ্চলটোৰ বিশিষ্ট সমাজকৰ্ম্মী, অৱসৰ প্ৰাপ্ত শিক্ষক, জোনাব মণিৰুদ্দিন আহমেদৰ পৰা সংগ্ৰহ কৰা এয়া কেইটিমান নমুনামাত্ৰ। বৰক্ষেত্ৰী, ধৰ্মপুৰ, বৰভাগ, নলবাৰী সমষ্টি কেইটাৰ লেখ-জোখ ল'লে আৰু ভালেমান লোকৰ নাম পোহৰলৈ আহিব। ডাঃ ভূমিধৰ বৰ্ম্মনে যে হাড়ে-হিমজুৰে লোকৰ হিতাৰ্থে আজীৱন কাম কৰি গৈছে, গৰীব, দুখীয়া, নিচলা বিধবাৰ ত্ৰাণকৰ্ত্তাৰ ৰূপত, ৰাজ্যখনৰ গুৰুত্বপূৰ্ণ পদবীত থাকিও, তৃণমূল পৰ্য্যায়ৰ লোকৰ লগত আন্তৰিক সংযোগ ৰক্ষা কৰি চলিছে, এয়া সকলোৰে বাবে সম্ভৱপৰ নহয়। ইয়াৰ মূলতে আছে ডাঃ বৰ্ম্মনৰ মানৱ প্ৰীতি। গুৰু-দুজনাৰ প্ৰতি থকা অচলা ভক্তি। চাৰিবাৰকৈ মৃত্যুৰ দুৱাৰদলিৰ পৰা ৰহস্যজনক ভাৱে ৰক্ষা পোৱা ডাঃ বৰ্ম্মনৰ মানৱসেৱা, নেদেখাজনৰ প্ৰতি থকা অটল বিশ্বাস ইয়াৰ অন্যতম কাৰক হিচাপেও গণ্য হৈছে।

ডাঃ ভূমিধৰ বৰ্ম্মন ডাঙৰীয়াৰ লগত মোৰ ব্যক্তিগত চা-চিনাকী তেনেই নাইকীয়া বুলি ক'ব পাৰি ; কিন্তু প্ৰয়াত হিতেশ্বৰ শইকীয়া চাৰৰ লগত থকা পৰিচয় সূত্ৰে মই তেখেতক কেতিয়াবা "কইনা পাহাৰৰ ডাক- বঙলাত", কেতিয়াবা "জনতা ভৱনৰ কক্ষত", কেতিয়াবা "শইকীয়া চাৰৰ চেম্বাৰত, কেতিয়াবা "জন-সভাত" আৰু "জনতাৰ মাজত" লগ পাইছোঁ। ৰাজ্যখনৰ বহুতো জ্বলন্ত সমস্যাৰ আও-ভাও লৈছোঁ। ইয়াৰ মূলতে অৱশ্যে প্ৰয়াত বিমলকুমাৰ ভূএগ আৰু যুৱনেতা হিমন্তবিশ্ব শৰ্ম্মাৰ লগত হোৱা সহচৰ্য মোৰ বাবে পাথেয় হৈ ৰ'ব৷ এই আপাহতে কৈ থোৱা ভাল যে স্বাধীনতা সংগ্ৰামৰ অন্যতম নেতা, জমিয়ত উলেমা ই হিন্দৰ এসময়ৰ সভাপতি, শ্বেইখুল ইছলাম হজৰত চৈয়দ হুছাইন আহমদ মদনী (ৰঃ) ৰ নিঃকিন শিষ্য হিচাবে ভাৰতীয় জাতীয় কংগ্ৰেছৰ প্ৰতি মোৰ নৈতিক সমৰ্থন সদায়েই আছে; কিন্তু ১৯৮৫ চনৰ অক্টোবৰ মাহত তেতিয়াৰ প্ৰয়াত প্ৰধানমন্ত্ৰী ৰাজীব-গান্ধীয়ে জমিয়ত উলামাৰ সৰ্ব্ব ভাৰতীয় নেতৃবৃন্দক সাক্ষাৎৰ পৰা বঞ্চিত কৰাত (মইও সেই সময়ত দিল্লীতেই আছিলোঁ আমাৰ পীৰ ও মুৰ্শ্বিদ হজৰত

আহমদ আলীৰ চাহাবৰ এগৰাকী খেদমতগাৰ হিচাপে) অলপ ক্ষুণ্ণ হৈছিলোঁ। পিছৰ চাম জমিয়তৰ কাৰ্যকৰ্ত্তা সকলৰ লগত আমাৰ ৰাশি জোৰা নিমিলা বাবে নীৰৱে আছোঁ। অৱশ্যে মদনী চাহাবৰ 'ইলিম, আমল আৰু হব্বুল ৱতন" (জ্ঞান, কৰ্ম্ম আৰু দেশাত্মবোধ) শীৰ্ষক শ্লোগান কেইটি সহৃদয়েৰে মনৰ মণিকোঠাত সজাই ৰাখি দহৰ আৰু দেশৰ সেৱাঁত আত্মনিয়োগ কৰাৰ প্ৰৱল হেপাহ মই আজিও উজ্জীৱিত কৰি ৰাখিছোঁ।

সি যি কি নহওঁক, ডাঃ ভূমিধৰ বৰ্ম্মনৰ বহুমুখী প্ৰতিভাত মই মুগ্ধ। অসমৰ ৰাজনীতিৰ আকাশত তেখেত যে এদিন ভোটা তৰা হৈ জিলিকি উঠিব সেয়া ধ্ৰুৱপ। মই ডাঃ বৰ্ম্মন ডাঙৰীয়াৰ সুদীৰ্ঘ জীৱন আৰু সুস্বাস্থ্য কামনা কৰিছোঁ।●

---

লিখক এগৰাকী সুসাহিত্যিক, প্ৰাক্তন সভাপতি কামৰূপ সাহিত্য সভা, ড° আম্বেদকাৰ ৰাষ্ট্ৰীয় ফেলশ্বিপ বঁটা বিজয়ী।

# জনদৰদী নেতা

✍ মোহাম্মদ মফিৰ আলী

ডাঃ ভূমিধৰ বৰ্মন দেৱৰ সৈতে নিবিড় সংস্পৰ্শলৈ আহিবলৈ মই সুযোগ পোৱা নাই। তেখেত আমাৰ গাঁও বা অঞ্চললৈ সঘনাই আহিলেও মোৰ কৰ্মস্থল দূৰ ঠাইত হোৱা হেতুকে তেখেতক দেখা কৰাৰ সুযোগ বৰ বেছিকৈ নেপাওঁ। তাৰ মাজেদিয়েই তেখেত আমাৰ সমষ্টিৰ বিধায়ক বা মন্ত্ৰী হৈ থকাকালত মাজে সময়ে সভা সমিতিত তেখেতক দেখা কৰিবলৈ আৰু ভাষণ শুনিবলৈ সুযোগ পাইছোঁ। আমাৰ ঘৰলৈও তেখেত এদিন অহাত ওচৰত বহি কথা হৈছিলোঁ। মানুহজনৰ ব্যক্তিত্ব আৰু ব্যৱহাৰ মাধুৰ্যই সহজে যে আনক মুহিব পাৰে সেই কথাৰ লগতে তেখেত যে কেইটামান বিশিষ্ট গুণৰ অধিকাৰী সেই বিষয়ে উপলব্ধি কৰিব পাৰিছোঁ।

ডাঃ বৰ্মনদেৱৰ মহত্ব এই কথাতে বিশেষভাৱে প্ৰতিভাত হৈছে যে নিজৰ দল, মত আৰু আদৰ্শৰ প্ৰতি তেখেতৰ যি আস্থা আৰু নিষ্ঠা সি সন্দেহাতীত। বহু ৰাজনীতিকে প্ৰতিকুল পৰিবেশৰ সন্মুখীন হলে বা নিজৰ স্বাৰ্থ আৰু বাঞ্চিত পদ সুৰক্ষিত হোৱাৰ আশংকা কৰিলে নিজৰ দলৰ প্ৰতি থকা আনুগত্যত শিথিলতা দেখুৱায় বা মত পৰিবৰ্তন কৰি নীতি বিসৰ্জন দিবলৈকেও কুণ্ঠাবোধ নকৰে। কিন্তু বৰ্মন দেৱ এই ক্ষেত্ৰত এক ব্যতিক্ৰম ব্যক্তি। একাধিকবাৰ তেখেত সন্ত্ৰাসবাদীৰ আক্ৰমণৰ লক্ষ্য হৈছে, নিজৰ জীৱনৰ ভাবুকিৰ সন্মুখীন হৈছে; তথাপি নিজৰ নীতি আৰু আদৰ্শৰ পৰা বিচ্যুত হোৱা আমি দেখা নাই। শনিৰোডত তেখেত যি ভয়াবহ আক্ৰমণৰ সন্মুখীন হৈছিল যত কথমপি প্ৰাণৰক্ষা পৰিছিল, বহুতে তেনে পৰিস্থিতিত নিজৰ প্ৰাণৰ মমতাত কিজানি ৰাজনীতিয়ে পৰিত্যাগ কৰিলেহেতেন। কিন্তু স্থিতপ্ৰজ্ঞ বৰ্মন চাৰ পূৰ্বৰ দৰেই নিৰ্বিকাৰ।

আমি বহু নেতা মন্ত্ৰী এম এল এ দেখিছোঁ। বহুতে নিৰ্বাচনৰ সময়তহে মানুহৰ লগত সম্পৰ্ক ৰাখে। নিৰ্বাচিত হৈ গাদীত বহাৰ পিচত মানুহৰ লগত সম্পৰ্ক আৰু যোগাযোগ কমি যায়, দেখা কৰিবলৈও টান পায়। বৰ্মন চাৰ এই শ্ৰেণীৰ নেতা নহয়। ১৯৯১ চনৰ অসম বিধান সভাৰ সাধাৰণ নিৰ্বাচনৰ ফলাফল ঘোষণা কৰাৰ দিনা মই ঘৰতে আছোঁ। আবেলি হঠাৎ দেখিলোঁ তেখেত আমাৰ গাঁৱত উপস্থিত। তেখেত আমাৰ সমষ্টিৰ পৰা বিধায়ক নিৰ্বাচিত হোৱা খবৰটো ৰেডিঅ যোগে পোৱাৰ বেছি সময় হোৱা নাই। তেখেত আহি মছজিদৰ কাষৰ চ'কটোত ৰাস্তাৰ ওপৰতে চকি এখনত বহি থকা দেখি ওচৰলৈ যোৱাত কলে--" যিসকল মানুহে মোক ভোট দি জয়যুক্ত কৰিলে তেখেতসকলক দেখা কৰি ধন্যবাদ জনাবলৈ আহিছোঁ।" তেখেতে সমষ্টিটোৰ প্ৰায় সকলো গাঁৱলৈকে গৈ মানুহক দেখা কৰি তেঁওলোকৰ সমৰ্থনৰ বাবে কৃতজ্ঞতা প্ৰকাশ কৰিছিল। ফলাফল ঘোষণা কৰাৰ দিনাই এইদৰে ৰাইজৰ মাজত দেখা দি কৃতজ্ঞতা প্ৰকাশ কৰা নেতা কেইজন ওলাব?

বৰ্মন চাৰ বৰাক্ষেত্ৰী সমষ্টিৰ পৰা নিৰ্বাচিত হোৱা সেই টাৰ্মটোতে একাধিক দপ্তৰৰ কেবিনেট মন্ত্ৰী আৰু শেহান্তৰত স্বল্পকালৰ বাবে অসমৰ মুখ্যমন্ত্ৰীও হৈছিল। এই অৱস্থাতো আমি দেখিছোঁ, তেখেত সমষ্টিটোৰ চুকে-কোণে গাঁৱে-ভূঞে ভ্ৰমণ কৰি জনসাধাৰণৰ অভাৱ অসুবিধাৰ বুজ লৈছিল, মানুহৰ দুখ বেদনাৰ বাস্তৱ অভিজ্ঞতা লাভ কৰিছিল। সভা সমিতিবোৰত তেখেতে ঘোষণা কৰিছিল--"আপোনালোকে টকা-পইচা আৰু সময় খৰছ কৰি মোক লগ ধৰিবলৈ দিছপুৰলৈ নাযাব; মই আপোনালোকৰ ওচৰলৈ আহিম আৰু ঠাইতে সমস্যাৰ বুজ লম আৰু সমাধানৰ ব্যৱস্থা কৰিম।" তেখেত এই কথা কাৰ্যত পৰিণত কৰা আমি সততে লক্ষ্য কৰিছোঁ। তেখেতৰ দৰে সঘনাই নিজৰ সমষ্টি ভ্ৰমণ কৰা আৰু ৰাইজৰ অৱস্থাৰ বুজ লোৱা আন কোনো নেতাকে আমি পূৰ্বতে দেখা নাই। সমষ্টিটোৰ প্ৰতিটো চুবুৰী, প্ৰতিখন গাঁওলৈ তেখেতৰ এই পৌতাঃপুনিক যাতায়তৰ বাবেই ইয়াৰ জনগাথনি, পথ ঘাট, অনুষ্ঠান প্ৰতিষ্ঠান আৰু অভাৱ অসুবিধাৰ চিত্ৰ তেখেতৰ নখদৰ্পণত।

গণতান্ত্ৰিক দেশত জনগণৰ ভোটৰ দ্বাৰা নেতা নিৰ্বাচিত হয়। যি নেতাক কেৱল ভোটৰ সময়তহে জনগণক লাগে, ভোটৰ পিছত নিৰ্বাচিত হৈ গলে যিয়ে জনসাধাৰণলৈ পিঠি দিয়ে তেঁও কেতিয়াও জনদৰদী নেতা হব নোৱাৰে।

ডাঃ বৰ্মন দেৱ এজন জনদৰদী নেতা। জনতাৰ বাবে তেখেতৰ দুৱাৰ সদায় খোলা। বিশেষকৈ সমাজৰ দুখীয়া নিচলা আৰু দুৰ্বল জনৰ প্ৰতি তেখেতৰ যে আন্তৰিক দৰদ আছে সেই কথা মানুহে বুজি পায়। এজন কৃষক, শ্ৰমিক বা দৰিদ্ৰ লোকেও নিঃসংকোচে তেখেতৰ ওচৰ চাপি নিজৰ দুখৰ কথা প্ৰকাশ কৰিব পাৰে। সকলোৰে কথা তেখেতে মন দি শুনে আৰু সহায় কৰিবলৈ চেষ্টা কৰে। তেখেতে ৰাজনৈতিক নেতা হিচাপেই যে জনসাধাৰণক সেৱা কৰিবলৈ সুযোগ পাইছে এনে নহয়, মানুহক সেৱা কৰিবলৈ তেখেতৰ আৰু এটা অতিৰিক্ত সুযোগ আছে - সেইটো হ'ল তেখেত এজন দক্ষ চিকিৎসক। অগনন দুখীয়া নিচলা লোকক তেখেতে বিনামূল্যে চিকিৎসা সেৱা আগবঢ়ায়. দুখীয়া লোকক আৰ্থিক সাহায্য দিয়াৰ কথাও মানুহে প্ৰকাশ কৰে। সেয়েহে হবলা নিৰ্বাচনৰ সময়ত এই দেৱাল লিখন চকুত পৰিছিল --"গৰীবৰ বন্ধু ডাঃ ভূমিধৰ বৰ্মন।" মানুহৰ জনপ্ৰিয়তাৰ মূল চাবিকাঠি হ'ল ব্যৱহাৰ-মাধুৰ্য। নম্ৰ ব্যৱহাৰে মানুহৰ হৃদয় জয় কৰে, শত্ৰুকো আপোন কৰে।

ৰাইজৰ প্ৰতিনিধি মন্ত্ৰী এম.এল.এ সকলৰ পৰা ৰাইজে বহু প্ৰত্যাশা কৰে। বহু মানুহে বহু আশা লৈ তেঁওলোকৰ ওচৰত ভীৰ কৰে। সকলো মানুহৰ সকলো কাম কৰি দিয়া, আশা পূৰণ কৰা কোনো মন্ত্ৰী এম.এল.এৰ পক্ষে সম্ভৱ নহয়। কাম কৰি দি কাৰোবাক সন্তুষ্ট কৰিব নোৱাৰিলেও অন্ততঃ ব্যৱহাৰেৰে আৰু আন্তৰিকতাৰে অভাৱৰ কথা শুনি মানুহৰ মন জয় ক ৰিব পৰা যায়। বৰ্মন দেৱৰ এই গুণ আছে বুলি মানুহে কোৱামেলা কৰে। তেখেতৰ দৰবাৰত সাক্ষাৎ প্ৰাৰ্থীয়ে ঘন্টাৰ পিছত ঘন্টা ধৰি বোন্দপৰ দি বিৰক্ত হব নালাগে।

তেখেতৰ বিষয়ে আৰু এটা কথা মানুহৰ মুখত শুনা যায় যে দালাল আৰু মোচাহেব শ্ৰেণীৰ আবেষ্টনীৰ মাজত তেখেত আবদ্ধ হৈ নাথাকে। কোনো দালালক তেখেতে প্ৰশ্ৰয় নিদিয়ে। তেখেতৰ সৈতে সুসম্পৰ্ক থকাৰ সুযোগত কোনোৱে দালালী বা মতব্বৰী কৰাৰ কথা গম পালে তেখেতে লগে লগে তেওঁৰ

সৈতে সম্পৰ্ক ছিন্ন কৰে। জনগণৰ সৈতে প্ৰত্যক্ষ সম্পৰ্ক ৰাখাত তেখেতে গুৰুত্ব দিয়ে। প্ৰকৃত জননেতাৰ এইটোৱে বৈশিষ্ট্য।

বহু নেতাৰ বহু দুৰ্নীতিৰ কাহিনী কাগজে পত্ৰে পঢ়িবলৈ পোৱা যায়। ডাঃ বৰ্মন দেৱৰ দুৰ্নীতিৰ ক থা আমি এতিয়ালৈ শুনা নাই। তেখেতৰ ভাষণত শুনা যায় দুৰ্নীতিৰ বিৰুদ্ধে বিষোগাৰ।

ডাঃ বৰ্মন দেৱৰ উদাৰতা আৰু এটা বিষযত লক্ষ্য কৰা যায় যে তেখেতে কোনো সভা সমিতিতে কোনো বিৰোধীলোকৰ কটু সমালোচনা নকৰে, অশ্ৰাব্য বাক্য বানেৰে থকাসৰকা নকৰে-- যিটো সাধাৰণতে বহু ৰাজনৈতিক নেতাৰ ক্ষেত্ৰত দেকা যায়। গণতান্ত্ৰিক দেশত নানা দল নানা মত থাকিবই। নিজৰ দলৰ মতাদৰ্শ আৰু কৰ্মপন্থা ৰাইজৰ আগত দাঙি ধৰি তাৰ প্ৰতি জনগণক আকৃষ্ট ক ৰাৰ পৰিবৰ্তে বিৰোধী পক্ষৰ লোকলৈ বোকা ছটিওৱা আৰু ব্যক্তিগত দোষ খুচৰি আনৰ আগত হেয় প্ৰতিপন্ন ক ৰাৰ মানসিকতা সুস্থ গণতান্ত্ৰিক পৰম্পৰাৰ পৰিপন্থী। ডাঃ বৰ্মন দেৱক এজন উদাৰ ৰাজনৈতিক দৃষ্টি ভংগি সম্পন্ন নেতা বুলি আমি গণ্য কৰোঁ।

কংগ্ৰেছে এটা ঐতিহ্যপূৰ্ণ ৰাজনৈতিক দল। নিজৰ অনন্য ভূমিকাৰে এই দলে ভাৰতৰ স্বাধীনতা আন্দোলনৰ ইতিহাসত সোণালী অধ্যায় ৰচনা কৰি থৈ গৈছে। বিশ্বৰ ভিতৰত ভাৰতক এখন উন্নত আৰু আদৰ্শ গণতান্ত্ৰিক ৰাষ্ট্ৰ হিচাবে গঢ়ি তুলিবলৈ পণ্ডিত জৱাহৰলাল নেহৰু, লাল বাহাদুৰ শাস্ত্ৰী, মৌলানা আবুল কালাম আজাদ প্ৰভৃতি কংগ্ৰেছৰ বৰেণ্য নেতা সকলে আপ্ৰাণ চেষ্টা কৰি গৈছে। এই উচৰ্গিত প্ৰাণ পুৰুষ সকলৰ একনিষ্ঠ দেশপ্ৰেম আৰু নিঃস্বাৰ্থ জনসেৱাৰ আদৰ্শৰে অনুপ্ৰাণিত হৈ তেখেত সকলৰ উত্তৰপুৰুষ হিচাপে ডাঃ বৰ্মন দেৱেও দেশ আৰু জাতিৰ সেৱাত আত্মনিয়োগ কৰি ইতিহাসত ঠাই পাওঁক — এয়ে কামনা।*

---

লেখক মোহাম্মদ মফিৰ আলী বৰক্ষেত্ৰী সমষ্টিৰ হামলাকুৰ গাঁৱৰ নিবাসী। তেঁও বৰ্ত্তমান বৰপেটা চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ সংস্কৃত বিষয় শিক্ষক। সীমান্ত গান্ধী, বাদচাহ খানৰ জীৱনীকে ধৰি কেবাখনো গ্ৰন্থৰ লেখক।

# নতুন পুৰুষৰ দৃষ্টিত ডাঃ ভূমিধৰ বৰ্ম্মন

**শ্ৰীগুণেশ্বৰ কৈবৰ্ত**

১৯৭২ চনৰ কথা। সেই সময়ত বৰক্ষেত্ৰী অঞ্চলৰ কেবাখনো গাওঁ ব্ৰহ্মপুত্ৰৰ প্ৰবল গড়াখহনীয়াত নিচিহ্ন হয় আৰু সংশ্লিষ্ট গাওঁ বাসী সকলে ঘৰবাৰী হেৰুৱাই মহা বিপদত পৰে। তেনে এখন গাওঁ হ'ল গলদীঘলা। অনুসূচিত জাতিৰ কৈবৰ্ত সম্প্ৰদায়ৰ প্ৰাধান্য থকা সেই গাওঁখনলৈ পুনৰ সংস্থাপনৰ সাহায্যৰ ধন বিতৰণ কৰিবলৈ আহিছিল এগৰাকী মন্ত্ৰী। তেৱেঁই হ'ল ডাঃ ভূমিধৰ বৰ্ম্মন। সেই সময়ত তেওঁ সম্ভৱত ৰাজহ দপ্তৰৰ ৰাজ্য মন্ত্ৰী আছিল। সাধাৰণ খদ্দৰৰ ধূতি-চোলা পিন্ধা কৃষ্ণকায় মানুহ গৰাকীক আমি সেই প্ৰথম দেখিছিলোঁ। সেই যে প্ৰথম দেখিছিলোঁ, তেওঁৰ সেই ৰূপটো এতিয়াও আছে।

খোৱা লোৱা আৰু পিন্ধা উৰাত কেতিয়াও লাহ-বিলাসৰ পৰিচয় নিদিয়া ডাঃ ভূমিধৰ বৰ্ম্মন এগৰাকী প্ৰকৃত গান্ধী বাদী নেতা। আজিৰ সমাজত বহু লোকেই গান্ধী বাদৰ শ্লোগান মুখত আওঁৰাই আৰু ভিতৰি ভিতৰি কৰে গান্ধীবাদৰ সম্পূৰ্ণ বিপৰীত কাম। 'গান্ধীবাদ' বোলা বস্তুটো বহুতেই সুবিধাৰ কাৰণেহে ব্যৱহাৰ কৰে। কিন্তু ডাঃ বৰ্ম্মন এইক্ষেত্ৰত সম্পূৰ্ণ বিপৰীত। মহাত্মাগান্ধীৰ আদৰ্শ সমূহ তেওঁ পৰাপক্ষত নিজৰ জীৱনত অনুসৰণ কৰি আহিছে।

দুখীয়া আৰু নিঃসহায় লোকৰ প্ৰতি সততে সহৃদয়তাৰ পৰিচয় দি অহা ডাঃ বৰ্ম্মন এগৰাকী সফল আৰু জনপ্ৰিয় চিকিৎসক। এসময়ত তেওঁ নলবাৰী আৰু বৰপেটা অঞ্চলৰ এজন বিখ্যাত আৰু সৰ্বজন শ্ৰদ্ধেয় চিকিৎসক আছিল। গাঁওৱা ৰাইজৰ মাজত তেওঁৰ জনপ্ৰিয়তা এতিয়াও অক্ষুন্ন আছে। দুখীয়া আৰু নিঃসহায় লোকৰ পৰা তেওঁ কেতিয়াও ফিজ লোৱা নাছিল, বৰং বহুতকে নিজৰ ফাৰ্মাচীৰ পৰা ঔষধ পাতি যোগান ধৰি সহায় কৰে। এই অঞ্চলত মানুহৰ বিশ্বাস আছিল ডাঃ বৰ্ম্মনে যিটো বেমাৰ ভাল কৰিব নোৱাৰে — সেই ৰোগীৰ জীৱনৰ নিশ্চয়তা

নাই। এতিয়াও তেওঁ সুবিধা পালেই বিভিন্ন স্বাস্থ্য শিবিৰ আৰু অন্যান্য ঠাইত বিনামূলীয়া চিকিৎসা আগবঢ়ায়। গাঁওৰ ৰাইজৰ মাজত তেওঁৰ অফুৰন্ত জনপ্ৰিয়তা আছে। সৰু-ডাঙৰ সকলোৰে লগতেই তেওঁ সহজে মিলি যায়। তেওঁৰ ভাষাইও গাঁওৰ ৰাইজক আকৰ্ষিত কৰে। কথা কোৱা আৰু বক্তৃতা সমূহত প্ৰায়েই তেওঁ গ্ৰাম্য ভাষা ব্যৱহাৰ কৰে। অফুৰন্ত ধৈৰ্য্য শক্তিৰ অধিকাৰী এগৰাকী ব্যক্তিৰ খং উঠা বহুত কম মানুহেহে প্ৰত্যক্ষ কৰিছে। কবলৈ গ'লে — তেওঁৰ খং নায়েই। সদায়েই সৰু আৰু বিনম্ৰ হৈ থাকিবলৈ ভাল পোৱা প্ৰচাৰ বিমুখ ডাঃ বৰ্ম্মনক '৯১ চনৰে পৰা এই পৰ্যন্ত ঘনিষ্ঠ ভাবে লগ পাই আছোঁ। '৯১ চনত তেওঁ ৬০ নং বৰক্ষেত্ৰী সমষ্টিৰ পৰা বিধান সভালৈ নিৰ্বাচিত হৈ প্ৰথমে শিক্ষামন্ত্ৰী, তাৰ পাছত স্বাস্থ্য মন্ত্ৰী আৰু শেহত কিছুদিন মুখ্যমন্ত্ৰীৰ দায়িত্বভাৰ চলাইছিল। এগৰাকী কেবিনেট মন্ত্ৰী হিচাপে তেওঁ আছিল এগৰাকী সফল ব্যক্তি কোনো এটা কাম আৰম্ভ কৰিলে তাক শেষ নকৰাকৈ তেওঁ এৰা নাছিল। যতে বেমাৰ, ততে তৎক্ষণাৎ চিকিৎসা, অৰ্থাৎ ৰাষ্টা বেয়া, অথবা দলং ভগা বা ৰাইজৰ অন্যান্য অসুবিধাৰ কথা তেওঁৰ অবগত হ'লেই সংশ্লিষ্ট বিষয়া সকলক মাতি আনি শীঘ্ৰে সেই অসুবিধা দূৰ কৰিবলৈ নিৰ্দেশ দিয়া আমি নিজে প্ৰত্যক্ষ কৰিছো। কোনো বিষয়াই ৰাইজৰ কামত গাফিলতি কৰিলে তেওঁক কঠোৰ ভাষা প্ৰয়োগ কৰাও দেখিছোঁ। সেয়া আছিল কেৱল ৰাইজৰ স্বাৰ্থত। তেনে নিজৰ সমষ্টিৰ প্ৰতি আছিল তেওঁৰ গভীৰ টান। যিকোনো উন্নয়ন মূলক কাম কেৱল সমষ্টিতহে তেওঁ কৰিব খোজে। মন্ত্ৰী হৈ থকা সময়ছোৱাত তেওঁ সঘনাই মুকালমুৱালৈ আহিছিল। দিনে ৰাতি কেৱল সমষ্টিৰ চিন্তা। কেতিয়া শোৱে, খায় সেইবোৰ ভাবিলে আচৰিত লাগে। কেৱল কাম, কাম আৰু কাম। ব্যস্ত হৈ, থাকিয়েই মানুহ জনে ভাল পায়। এই লেখক এজন সাংবাদিক। সাংবাদিকতাৰ খাতিৰত তেখেতৰ কেবাটাও সাক্ষাৎ কাৰ 'অগ্ৰদূত'ৰ কাৰণে লোৱা হৈছিল। এবাৰ তেখেতক আঙুলিয়াই দিয়া হৈছিল— 'আপুনি কেৱল বৰক্ষেত্ৰীৰ কথাহে ভাবি থাকে, মুকালমুৱালৈহে গৈ থাকে, কিন্তু আপুনি গোটেই অসমৰ এগৰাকী মন্ত্ৰী। তেখেতে মুখখন গম্ভীৰ কৰি মোক কৈছিল — হয়, আপুনি ঠিকেই কৈছে মোৰ ভুল হৈছে, মই গোটেই অসমৰ বিভিন্ন ঠাইলৈ গৈ মোৰ দপ্তৰৰ কাম কাজবোৰৰ বুজলৈ সেইবোৰৰ উন্নয়ন সম্ভৱ কৰি তোলা উচিত।

অন্য ৰাজনীতিবিদ বহু দেখিছো আৰু লগ পাইছোঁ — যি মুখত এটা পেটত এটা। কিন্তু ডাঃ বৰ্ম্মন তাৰো সম্পূৰ্ণ বিপৰীত। কথা সজাই পৰাই বা মিছা কথা তেওঁ প্ৰায়েই নকয়। যিটো ৰাজনীতিবিদৰ এটা প্ৰধান গুণ হোৱা উচিত আছিল। বৰক্ষেত্ৰীত বিগত ১০ বছৰ ধৰি পুলকেশ বৰুৱা তেওঁৰ প্ৰতিদ্বন্দী। বৰুৱাই বিভিন্ন সভাত ডাঃ বৰ্ম্মনক কুকুৰে কাঁইট নোখোৱা ভাষাৰে গালি পাৰিছে। চন্দ্ৰমোহন পাটোৱাৰীয়েও বাৰে বাৰে তেখেতক গালি পাৰে। কিন্তু ডাঃ বৰ্ম্মনে কেতিয়াও নিজৰ শালীনতা ভংগ কৰা নাই। মুখেৰে বেয়া কথা কৈ, বেয়া ভাষা প্ৰয়োগ কৰি নিজক সৰু কৰিব খোজা নাই। প্ৰতি হিংসা বাদী মানুহ ডাঃ বৰ্ম্মন নহয়। হিংসুক সকলক আঁকোৱালি লোৱাহে তেওঁৰ স্বভাৱ। তাৰ প্ৰমাণ অনেক আছে। সেইবোৰৰ উল্লেখ কৰি লেখা দীঘল কৰিবলৈ নাযাওঁ। নেতৃত্বৰ প্ৰতি তেওঁ কেতিয়াও খক কৰা নাই। তেওঁ মোক বাৰে বাৰে কৈছিল — 'মই এজন নেতা নহয়, মই কংগ্ৰেছৰ এজন সাধাৰণ কৰ্ম্মী। দলৰ এজন অনুগত কৰ্ম্মীৰ দৰেই তেওঁ গোটেই অসমতে দলৰ হকে কাম কৰি ফুৰিছে। নামনি অসমত তেওঁৰ জনপ্ৰিয়তাও অসীম। বাতৰি কাগজে তেওঁক সময়ে সময়ে অসম প্ৰদেশ কংগ্ৰেছৰ সভাপতি বনাব খোজে, কিন্তু ডাঃ বৰ্ম্মন আনক লেংমৰা বিধৰ মানুহ নহয়। তেওঁৰ মতে পদৰ পিছত মানুহ ঘুৰিব নালাগে, পদ আপোনা-আপুনি আহিব লাগে। ৰাইজৰ স্বাৰ্থত ৭০ বছৰ। বৰ কম নহয়। এই বয়সতো তেওঁ সকলো সময়তে ৰাইজৰ কথাই ভাবে। নিজৰ কাৰণে ভবা মই তেওঁক কেতিয়াও দেখা নাই। ধনৰ কাৰণে লোভ থকা হলে তেওঁ কেৱল চিকিৎসা কৰিয়েই এজন ৰজাৰ দৰে সম্পত্তি কৰিব পাৰিলেহেঁতেন। পৈতৃক সম্পত্তিও পাইছিল তেওঁ অনেক। ভকত ৰাম বৰ্মন মহাজনৰ সুযোগ্যপুত্ৰ ডাঃ ভূমিধৰ বৰ্ম্মনৰ জীৱনৰ সতে ত্যাগ আৰু সহনশীলতা বোলা বস্তু দুটাৰ বিশেষ সংযোগ আছে। গান্ধীজীৰ একান্ত শিষ্যৰ দৰেই তেওঁ এতিয়াও কাম কৰি আছে। সেই বাবেই বোধ হয় ভগৱানে তেওঁক ৪ বাৰকৈ বন্দুকৰ গুলীৰ পৰা ৰক্ষা কৰিছিল। ইমানৰ পিছতো তেওঁ দলত্যাগ কৰা নাই, ৰাজনীতি ত্যাগ কৰা নাই। অফুৰন্ত সাহসী তেওঁ।

মন্ত্ৰী হৈ থকা অৱস্থাতে এবাৰ মই তেওঁক কৈছিলোঁ — তেওঁৰ জীৱন সম্পৰ্কে এখন কিতাপ লিখাৰ কথা। তেওঁ হাঁহি মাৰি কৈছিল —'সক্ৰিয় ৰাজনীতি কৰি থকা মানুহৰ বিষয়ে কিতাপ প্ৰকাশ হ'লে ভাল হ'ব জানো? তাতেই মই একেবাৰে

সৰু মানুহ, পিছে-পৰে চাম দিয়ক চোন বাৰু!' এনেকৈ তেওঁ বিষয়টোৰ পৰা ফালৰি কাটিছিল। অথচ তেওঁতকৈ ক'তো সৰু (!) মানুহৰ কিতাপ অসমত কিমান ওলাইছে। 'সৰু' হৈ থকাৰ তেওঁৰ যি বিনম্ৰতা এই বিনম্ৰতাই তেওঁক বহু ওপৰলৈ তুলি নিছে। তেওঁৰ শত্ৰু সকলে তেওঁৰ বিৰুদ্ধে বহু সময়ত বহু বিৰোধী গান গাইছে, যে কিন্তু সেইবোৰো তেওঁ হাঁহি মুখে সহ্য কৰিছে আৰু উত্তেজিত দলীয় কৰ্মী সকলকো ক্ষান্ত হৈ থাকিবলৈ পৰামৰ্শ দিছে।

নিজৰ ৰাজনৈতিক জীৱনৰ গুৰু হিচাপে তেওঁ ইন্দিৰা গান্ধী আৰু মহেন্দ্ৰ মোহন চৌধুৰীৰ নাম শ্ৰদ্ধাৰে সোঁৱৰে। কৰ্মশ্ৰী হিতেশ্বৰ শইকীয়া আছিল তেওঁৰ পৰম বন্ধু। শইকীয়াই ডাঃ বৰ্মনৰ সৰলতা আৰু সাহসিকতাত মুগ্ধ হৈছিল। আজীৱন শইকীযাই ডাঃ বৰ্মনকো এগৰাকী বিশ্বাসী বন্ধু হিচাপে পাইছিল।

আজীৱন ত্যাগী আৰু বাসনাহীন জীৱনৰ পৰিচয় দিয়া ডাঃ বৰ্মনৰ কৰ্মনিষ্ঠা আৰু সেৱাৰ মনোভাৱে বহুতকে নিজৰ জীৱনত প্ৰেৰণা দি আহিছে। কংগ্ৰেছৰ শাসনৰ সময়ছোৱাত বৰক্ষেত্ৰীত অভূতপূৰ্ব সংখ্যক কাম তেওঁ কৰিছিল, বহু নিবনুৱাক তেওঁ চাকৰি দিছিল। অগপৰ শাসনত সেই উন্নয়ন সম্পূৰ্ণ বাধাগ্ৰস্ত হ'ল। সেই কথাই তেওঁৰ মনত কেনে বেজাৰ বোধ সৃষ্টি কৰিছে আমি তাৰ প্ৰত্যক্ষদৰ্শী। এতিয়াও তেওঁ নিয়মীযাকৈ মুকালমুৱালৈ আহে। ৰাইজৰ সুখ-দুখৰ বুজ লয়। তেওঁ আহিলেই মুকালমুৱাত মানুহৰ জুম বান্ধে।

এই দেশপ্ৰেমী, কৰ্মপ্ৰাণ মানুহজন দীৰ্ঘায়ু হওঁক তাৰেই কামনা। তেওঁৰ জীৱন নতুন পুৰুষৰ কাৰণে এটা আদৰ্শ জীৱন।

---

লেখক এগৰাকী ফ্ৰিলেন্স সাংবাদিক আৰু সচেতন লেখক। তেখেতৰ বহুতো প্ৰবন্ধ অসমৰ বিভিন্ন বাতৰি কাকত ও আলোচনীত প্ৰকাশ পাইছে।

# অচিনাকি এজন ব্যক্তি

**ড° নগেন চৌধুৰী**

সৌ তাহানিতে কোনোবাই কৈছিল আজিও ৰিণিকি ৰিণিকি মনত পৰি আছে -- যি জনলোকৰ বিষয়ে তুমি একো নাজানা তেওঁৰ বিষয়ে লিলিখিবা। মোৰো বৰ্তমান তেনে অৱস্থাই হৈছে। ডাঃ ভূমিধৰ বৰ্মনৰ বিষয়ে মই বৰ বেছি নাজানো গতিকে কি লিখিম। সঁচা কথা, ডাঃ ভূমিধৰ বৰ্মন ৰাজনীতিৰ মানুহ, মোৰ ৰাজনীতিৰ লগত কোনো সম্পৰ্ক নাই--এইখিনি জানিও লিখিবলৈ কমল তুলি লৈছোঁ -- শ্ৰীহৰেন্দ্ৰ মোহন তালুকদাৰৰ 'চিনা জোক' সদৃশ নেৰা-নেপেৰা চেষ্টাৰ বাবে।

১৯৭০ চন মানলৈ মই ডাঃ ভূমিধৰ বৰ্মনৰ নাম অৰ্থাৎ ভাল চিকিৎসক হিচাপে নামটো জনাৰ বাহিৰে একোয়ে নাজানিছিলোঁ। সেই সময়ত মই ভূমিলেখ অধিকৰ্তাৰ কাযালয়ত চাকৰি কৰোঁ। চণ্ডীচৰণ বৰ্মন তেতিয়া ভূমিলেখ বিভাগৰ অধিকৰ্ত্তা। চণ্ডীচৰণ বৰ্মন চাৰে মোক মাতি নি কলে তুমি এটা কাম কৰি দিব লাগে। ডাঃ ভূমিধৰ বৰ্মন ৰাজ্যিক ৰাজহ মন্ত্ৰী হ'ল আৰু তেখেতে অহা সপ্তাহত নলবাৰীত জাৰিকাৰক সন্মিলনত ভাষণ দিব। তুমি তেখেতৰ ভাষণটি সুন্দৰকৈ লিখি দিব লাগে।

জাৰিকাৰক সম্পৰ্কে মোৰ যে জ্ঞান শূন্যৰ ঘৰত তাক তেখেতক জনোৱাত কলে তুমি চেষ্টা কৰিবা নিশ্চয় পাৰিবা। চাৰৰ কথা মতে মই জাৰিকাৰক সন্মিলনৰ বাবে বক্তৃতাটি লিখি দিলোঁ আৰু ˚ বৰ্মন চাৰে আথে বেথে নি ডাঃ বৰ্মনক বক্তৃতাটি দিলে।

সেইদিনাই মই অলপ বিস্তৃত ভাৱে ডাঃ বৰ্মনৰ বিষয়ে জানিবলৈ পালো, কিন্তু আজিলৈকে ডাঃ বৰ্মনৰ লগত কোনো পৰিচয় হোৱা নাই। সৰু মানুহবোৰ এনেদৰে সৰু হৈয়ে থাকে। ডাঃ বৰ্মনক মই সামান্যভাৱে জানো যদিও তেখেতে

মোক চিনি নাপায় -- বোধকৰো নামটিয়ে নাজানে যদিও মই বৰক্ষেত্ৰীৰ লোক আৰু ডাঃ বৰ্মন আমাৰ এম এল এ।

মই জনা আৰু শুনামতে ডাঃ বৰ্মন এজন সৰল মনৰ আৰু সাধাৰণ লোকসদৃশ ব্যক্তি। খাদী ধুতি পাঞ্জাৱী, এজোৰ চেণ্ডেল পৰিহিত ব্যক্তি। নকলে কোনেও বিশ্বাস নকৰিব যে তেখেত এজন চিকিৎসক আৰু ৰাজনীতিবিদ। বুকাৰ ওৱাচিংটন সদৃশ ব্যক্তি। Simple living high thinking বুলি কলে বি বুজা যায় ডাঃ বৰ্মন তেনে সৎ চৰিত্ৰৰ লোক। মন্ত্ৰী বুলিও কোনো ভেম নাই। মই চিকিৎসক হিচাবে পোৱা নাই যদিও শুনিবলৈ পাইছো যে ডাঃ বৰ্মন এজন সু-চিকিৎসক (মই আকৌ হোমিওপ্যাথিক চিকিৎসক বুলিহে ভাবিছিলোঁ)। অতি কম পইচা লয় -- অৰ্থাৎ সামান্য টকালৈ চিকিৎসা কৰে। এই গুণটিৰ বাবে অৰ্থাৎ সাধাৰণ মানুহৰ প্ৰতি মৰম থকা বাবেই তেখেতে ৰাজনীতিত প্ৰবেশ কৰাৰ সুবিধা পালে। তেখেত বৰ্তমান বৰভাগ অঞ্চলৰে এম এল এ নহয় -- তেখেত মন্ত্ৰীও, আনকি মুখ্যমন্ত্ৰীৰ আসনো শুৱনী কৰিছিল। প্ৰাক্তন মুখ্যমন্ত্ৰী। মই বৰভাগ অঞ্চলৰ হলেও ডাঃ বৰ্মনৰ লগত কোনো পৰিচয় নাই, কিন্তু বৰভাগ অঞ্চলৰ ৰাইজৰ ওপৰত তেখেতৰ যে এক প্ৰচণ্ড প্ৰভাব আছে তাক জানো। ৰাজনীতিত হৰা-জিকা আছেই -- কিন্তু কিমান জনে জনসাধাৰণৰ কথা বুজিবলৈ চেষ্টা কৰে এনেধৰণৰ আৰু এজন বৰভাগ অঞ্চলত এম এল এ তথা প্ৰাক্তন অধ্যক্ষ আছিল চান্দ মহম্মদ। জনতাৰ মনৰ কথা বুজা ব্যক্তিজনেও সৰৱ জানো জন গনৰ নেতা। জ্যোতি প্ৰসাদৰ ভাষাৰ জনকবোৰ /মনৰ মাজত /প্ৰাণৰো প্ৰাণত/বিশাল যে মই। লুকাই লুকাই আছোঁ।

আজি বৰভাগ, বৰক্ষেত্ৰী অঞ্চলৰ যেনেধৰণে উন্নতি হ'ব লাগিছিল তেনে হোৱা নাই -- ইয়াৰ লগত যথেষ্ট কাৰণো আছে -- কিন্তু আমি আশা কৰো কি ডাঃ বৰ্মণ, কি পুলকেশ বৰুৱা, কি গৌৰী শংকৰ ভট্টাচাৰ্য্য সকলোৱে যেন মনত ৰাখে---

"Do all the good you can

By all the meanes you can

In all the ways you can

In all the places you can

At all the times you can

To all the people you can

As long as ever you can"

John Wesley.

কবি জন ওৱেষ্টলেই কোৱাৰ দৰে – "তুমি যতে থাকা, যেতিয়াই পাৰা, তেতিয়াই জনসাধাৰণৰ বাবে যেনেদৰে পাৰা সহায় কৰিবা।" আমি বৰ্তমানৰ এম এল এ ভৱিষ্যতৰ এম এল এ, মন্ত্ৰী আদিৰ পৰা এইটোৱে আশা কৰোঁ তেওঁলোকে যেন অঞ্চলটিৰ প্ৰতি অসমৰ প্ৰতি সু-দৃষ্টি ৰাখি উন্নতিৰ বাবে চেষ্টাৰ ত্ৰুটি নকৰে।●

---

লেখক ড° নগেন চৌধুৰী এগৰাকী সাহিত্যিক ও লিখক। গুৱাহাটী সাহিত্য কাননৰ প্ৰাক্তন সম্পাদক, অসমীয়া ৰাজ্যভাষাৰ "ভাষা প্ৰয়োগ পত্ৰিকাৰ সহযোগী সম্পাদক আৰু বৰ্ত্তমান ভাষা গৱেষণা বিষয়া, ৰাজনৈতিক বিভাগ, ভাষা প্ৰয়োগ সঞ্চালকালয় দিশপুৰ, গুৱাহাটী।

# ডাক্তৰ ভূমিধৰ বৰ্মন

**শ্ৰীখগেন নাথ**



অলেখ জনৰ স্বাস্থ্যৰ লগত জড়িত ডাক্তৰ ভূমিধৰ বৰ্মনৰ সমাজসেৱা আজি কালিৰ দিনত কিম্বদন্তি যেন লাগে। নামনি অসমৰ এখন পিচ পৰা গাঁৱৰ পৰিবেশৰ মাজেৰে ভূমিধৰ বৰ্মনে শিক্ষা গ্ৰহণ কৰি এজন ভাল চিকিৎসক হোৱাৰ হেপাহেৰে চিকিৎসা বিজ্ঞান পঢ়িছিল। তেঁওৰ ছাত্ৰ জীৱনৰ পৰাই গাঁওৰ দুখীয়াজনক সেৱা কৰাটো আছিল এটি ভালপোৱা বিষয। সেয়েহে গ্ৰাম্য প্ৰধান অসমৰ জন জীৱনৰ লগত সম্পৰ্ক ৰাখি ওৰে জীৱন নীৰৱ কৰ্মী হিচাপে গাঁওৰ চহা ৰাইজৰ সু-স্বাস্থ্যৰ খবৰ লৈ কটাই দিছিল। তেঁওৰ চিকিৎসা সেৱাত বেছিকৈ উপকৃত হৈছিল গাঁওৰ দলিত, নিষ্পেষিত সকলো সম্প্ৰদায়ৰ খেতিয়কসকল। হাড ভগা পৰিশ্ৰমত ভাগি পৰা খেতিয়কৰ মনৰ বতৰা ডাৰতে পাইছিল। খেতিয়ক সকলৰ বাবে আছিল তেঁও এক নতুন প্ৰাণ আৰু আশা। নওঠা বাপু গান্ধীজীৰ আদৰ্শৰে অনুপ্ৰাণিত ডাক্তৰ বৰ্মনে ভাৰতীয় মূল কংগ্ৰেছৰ নীতিক মনে প্ৰাণে ভাল পাইছিল আৰু তাক গ্ৰহন কৰিছিল। সমাজৰ হকে দান কৰা নিঃস্বাৰ্থ সেৱাৰ বিনিময়ত তেঁও ৰাইজৰ প্ৰতিনিধি হৈ বিধান সভালৈ আহিছিল, তেতিয়া মুখ্যমন্ত্ৰী আছিল বিমলা প্ৰসাদ চলিহা। শৰৎ সিংহৰ মুখ্যমন্ত্ৰীৰ দিনত তেঁও মন্ত্ৰীৰ বাব লৈ কাৰ্য্য নিৰ্বাহ কৰিছিল। হিতেশ্বৰ শইকীয়াৰ দিনত তেঁও কৃতীত্বৰে মন্ত্ৰী হিচাপে নিজৰ কৰ্তব্য পালন কৰিছিল আৰু শইকীয়াৰ মৃত্যুৰ পিচতে অস্থায়ী ভাবে কিছুদিন মুখ্যমন্ত্ৰীৰ চকীত বহিছিল। বৰ্ত্তমান কংগ্ৰেছ দলৰ প্ৰমুল্যতা কিমান তাক জনতাই কব। কিন্তু ই অকপত যে ভাৰতৰ আটাইতকৈ পুৰণি ৰাজনৈতিক দল কংগ্ৰেছ, যিটো দল ত্যাগী গুনী-জ্ঞানী, পণ্ডিত আৰু সংস্কৃতিক প্ৰতিভাবান সদস্যৰে গঠিত হৈছিল। ৰাজনীতি, সমাজনীতি, অৰ্থনীতি আৰু দৰ্শনেৰে পৰিপক্ক এচাম নিভাজ কংগ্ৰেছীৰ লগত একাকাৰ হৈ ডাঃ বৰ্মনে অসমৰ হকে কাম কৰি গৈছিল।

১৯৭৯ চনৰ অসমৰ অস্বিত্ব ৰক্ষা আন্দোলনত নবীন যুৱশক্তিৰ প্ৰবাৱত অসমৰ সমাজ আৰু ৰাজনীতিৰ এক আমূল পৰিবৰ্তন ঘটিল। ছাত্ৰ সকলৰ দৃষ্টিত পৰম্পৰাগত ৰাজনৈতিক দল কংগ্ৰেছ এলাগী হ'ল। নতুন ৰাজনৈতিক দলৰ সন্ধানত একালৰ ৰাজপথলৈ ওলাই অহা ছাত্ৰ সকল মিলিত হৈ শাসনৰ বাঘজৰী ধৰিলে। ৰাইজৰ দৃষ্টিত অপৰাধী বুলি পৰিগণিত হোৱা এচাম প্ৰবীন ৰাজনীতি বিদৰ লগতে ডাঃ বৰ্মনৰ ওপৰেদিও ধুমুহা এজাক বৈ গ'ল। কিন্তু বৰ্মন ডাঙৰীয়াৰ সঁচা ৰাজনৈতিক ধাৰা বৰ্তমানে ডাৱৰীয়া আকাশৰ বেলিৰ দৰে অস্তিত্বৰ পোহৰ মাজে মাজে জিলিকি উঠিছে. প্ৰবীন ৰাজনীতি বিদ, সাহিত্যিক শ্ৰীলক্ষ্যধৰ চৌধুৰীয়ে কোৱাৰ দৰে কোনো প্ৰাক্তন মন্ত্ৰী বা বিধায়কে নিজৰ বুকুত হাত থৈ কব নোৱাৰে যে তেঁওৰ কাৰ্য্য কালত অলপো অন্যায় আৰু অনীতি কৰা নাই। আনকি পণ্ডিত জৱহৰলাল নেহৰুৰ কাৰ্য্যৱলী পয্যাবেক্ষণ কৰিলেও তেনেকুৱা দোষ ওলাব। ডাঃ ভূমিধৰ বৰ্মনে কাৰ্য্য কালত ৰাইজৰ নামত যি মহৎ আদৰ্শক সৰোগত কৰি কাম কৰিছিল তাক গুনমুগ্ধ ৰাইজে আজিও কয়। পিন্ধনত সামান্য ধৃতি- কামিজেৰে চহা অসমীয়া বেশ লৈ জীৱনৰ সুখ-দুখ সকলো সময়তে সমাজৰ নিষ্পেষিত জনৰ হৃদয়ৰ স্পন্দন লোৱা এই গৰাকী প্ৰীন কংগ্ৰেছ কৰ্মী কেৱল কংগ্ৰেছ বুলিয়ে নহয় সকলো ৰাজনৈতিক কৰ্মীৰ বাবে এক আদৰ্শৰ প্ৰতীক। একে লেথাৰিয়ে তেঁও কেইবাবাৰো উগ্ৰপন্থীৰ গ্ৰাসৰ পৰা নাটকীয় ভাবে মৰণৰ পৰা হাত সাৰিছে। ভগৱানৰ কৃপা নেপালে তেঁওৰ জীৱন কেতিয়াও ৰক্ষা নপৰে। শেহতীয়া ভাবে উগ্ৰপন্থী সকলেও তেঁওৰ নিষ্পাপতা নুবুজাকৈ থকা নাই।

আজি সঁচাকৈয়ে কবলৈ হ'লে বৰ্তমান সকলো ৰাজনৈতিক দলৰ কৰ্মীসকলৰ আদৰ্শ আৰু নীতিৰ অভাৱ ঘটিছে। নেতাসকলৰ দুমুখীয়া নীতি আৰু সুবিধাবাদী মনোভাবে সাধাৰণ নাগৰিকক চিন্তাত পে লাইছে। শাসনৰ গাদীত বহা সকলেও অসমৰ সামূহিক ভৱিষ্যত উন্নতিৰ প্ৰতি পিঠি দিয়ে আৰু ই এক পৰম্পৰাগত হব ধৰিছে। সঁচা মাটিৰ গন্ধ থকা ডাঃ ভূমিধৰ বৰ্মনৰ সুকীয়া ব্যক্তিত্বই এনে পৰম্পৰাৰ পৰা হয়তো ব্যতিক্ৰম হব। ভূমি-পুত্ৰ বৰ্মনদেৱ পুনৰ জীৱন অন্তিম বাৰৰ বাবে যদিহে আকৌ এবাৰ ৰাইজৰ প্ৰতিনিধি হিচাপে নিৰ্বাচিত হয়, তেতিয়া ভাবিম যে ৰাইজে তেঁওৰ অৱদানক পাহৰা নাই। সদৌ শেষত শ্ৰীবৰ্মন দেৱৰ সু-স্বাস্থ্য কামনা কৰি দীৰ্ঘায়ু হবলৈ নেদেখাজনৰ ওচৰত প্ৰাৰ্থনা জনালো।*

---

লেখক শ্ৰীখগেন নাথ, প্ৰধান শিক্ষক মাধৱ দাস হাইস্কুল বিৰুবাৰী, গুৱাহাটী-১৬, শিক্ষাবিদ ও সমাজকৰ্মী।

# ডাঃ ভূমিধৰ বৰ্মন মোৰ দৃষ্টিত

অধ্যাপক দীন নাথ বৰ্মন



সম্পাদকে দুষাৰ কথা শ্ৰীবৰ্মনৰ বিষয়ে লিখাৰ অনুমতি দিয়া বাবে সঁচাকৈয়ে আনন্দ অনুভৱ কৰিছোঁ। স্কুলত পঢ়াৰ পৰা শ্ৰীবৰ্মনৰ সৰলতাৰ বিষয়ে শুনিবলৈ পাইছিলোঁ। পিন্ধনক উৰণ কথা বতৰা চাল চলনত গাঁওৰ মানুহৰ লগত মিলি জুলি ডাঙৰ দীঘল হৈছিল আৰু বহু অংশ ৰাইজ তেখেতক গাঁওবুঢ়া বৰ্মন, কামৰূপীয়া বৰ্মন আদি মৰমৰ আখ্যা দিছিল। ইং ১৯৬৭ চনৰ পৰা শ্ৰীবৰ্মনে সক্ৰীয় ৰাজনীতিত নামি পৰিছিল সম্পূৰ্ণ গান্ধীৰ আদৰ্শক ভিত্তি কৰি। মই তেখেতৰ লগত ১৯৭৫ চনৰ পৰা সংস্পৰ্শত আহি আজিলৈ সেই সম্পৰ্ক ৰাখি থাকিব পাৰিছোঁ। মই তেখেতক কেতিয়াও সহকৰ্মী হিচাপে গণ্য কৰা নাছিলোঁ, শ্ৰদ্ধা আৰু ভক্তি ভাবত শ্ৰেষ্ঠজন হিচাবেহে সদায় চাইছিলোঁ। ৰাজনীতিত বিভিন্ন দলাদলি থাকে, ক্ষমতা পালে বিভিন্নজনে বিসম্বাদী দল কৰাত লাগি পৰে। কিন্তু বৰ্মনৰ ৰাজনৈতিক জীৱনত বহু ক্ষমতাৰ অধিকাৰী হৈও এনে ধৰণৰ দল বা বিসম্বাদ আদি বেয়া পাইছিল। দৰকাৰ হলে তেখেতে অকলে থাকিব, কিন্তু কোনো বিসম্বাদী দলত লাগি কাৰো বিৰোধীতা নকৰিছিল। গান্ধী দৰ্শনৰ সতে মানুহে ক্ষমতা লাভ কৰাৰ উপায় দুটা। প্ৰথমটো হ'ল শাস্তিৰ ভয়ত দেখুৱাই ক্ষমতা-পন্ন হোৱা আৰু দ্বিতীয়টো হ'ল ভাল পোৱাৰ কৌশল অৱলম্বন কৰি ক্ষমতা লাভ কৰা। ভাল পোৱাৰ কৌশলেৰে লাভ কৰা ক্ষমতাৰ প্ৰভাব শাস্তিৰ ভয়ৰ পৰা অহা প্ৰভাবতকৈ সহস্ৰ গুনে প্ৰৱল হয়। ডাঃ বৰ্মনে ভাল পোৱাৰ কৌশলৰে জনসমাজৰ পৰা ক্ষমতা লাভ কৰিছিল।

বৰ্তমান নলবাৰী জিলাৰ অন্তৰ্গত জনবসতি পূৰ্ণ বেলশৰ গাঁওত ইং ১৯৩১ চনৰ ১২ আগষ্টত জন্ম লাভ কৰিছিল। নিজৰ অধ্যাৱসায়ৰ বলত ১৯৫৮ চনত

ডিব্ৰুগড়ৰ অসম মেডিকেল কলেজৰ পৰা এম বি বি এছ পাচ কৰিছিল। অতি কম দিনৰ ভিতৰত ডাঃ বৰ্মনে এজন সুদক্ষ চিকিৎসাবিদ হিচাবে জনাজাত হৈছিল। বহু দূৰৈৰ পৰা চহৰৰ ডাক্তৰক নেওচা দি বৰ্মনৰ তালৈ অহা প্ৰবীন কাৰণ দুটা। ১ মটো বৰ্মনে দুখীয়া নিচলাক বিনা মাছুলে চাই আনকি ঔষধ কিনিবলৈও পইচাও দিছিল। ২ য়টো আছিল গাঁওৰ মানুহৰ প্ৰতি মধুৰ ব্যৱহাৰ. তৃণমূল পৰ্য্যয়ৰ কংগ্ৰেছ কৰ্মীৰ লগতহে বৰ্মনৰ কথা বতৰা ভাবৰ আদান-প্ৰদান ঘটা দেখা পাইছিলোঁ। বেচি ভাগ ৰাজনীতিবিদৰ দৰে ৰাজীৱ ভৱনৰ বা ২৪ আকবৰ ৰোডৰ কংগ্ৰেছ কৰা দেখা পোৱা নগৈছিল। ইং ১৯৭২ চনত শৰৎ সিংহৰ মন্ত্ৰী সভাত ৰাজহ বিভাগৰ ৰাজ্যিক মন্ত্ৰী আছিল। ১৯৭২ চনৰ সেই মাহত মই যুৱক কংগ্ৰেছৰ সদস্য হৈ বৰ্মনৰ লগত কেইবাখনো মিটিং কৰাৰ সুযোগ পাইছিলোঁ। স্বৰ্গীয় মহেন্দ্ৰ মোহন চৌধুৰী পঞ্জবৰ ৰাজ্যপাল হৈ থাকোতে গুৱাহাটীৰ শংকৰপুৰত এটা নামঘৰ প্ৰতিষ্ঠা কৰা হয়; ইয়াত বৰ্মনৰ ভালেখিনি আৱদান আছিল। তেখেতে সকলো পৰামৰ্শ দিছিল আৰু নামঘৰৰ মাটিখিনিও কৰি দিছিল।

বৰ্মনে তেঁওৰ বেচিভাগ সময় গাঁওত বা গাঁওৰ মানুহৰ লগত কটাই ভাল পাইছিল। গান্ধীযে কৈছিল, "সত্য আৰু অহিংসা গাঁওলীয়া জীৱনৰ সৰলতাৰ মাজেৰেহে উপলব্ধি কৰিব পাৰি। চহৰৰ ধন, সম্পত্তি, আট্টালিকা আদি সকলো গাঁওৰ মানুহৰ তেজ আৰু শক্তিৰেহে গঢ়া। গতিকে যিকোনো আঁচনি তৈয়াৰ কৰোতে গাঁওৰ মানুহৰ অৱস্থা ব্যৱস্থা অধ্যয়ন কৰি কৰিলেহে প্ৰকৃতাৰ্থত আঁচনি হব।"

গান্ধীজীৰ উক্ত কথাবোৰ কিমানজন নেতাই পঢ়ে, মোৰ সন্দেহ। কিন্তু বৰ্মনৰ ক্ষেত্ৰত মই ন দি কব পাৰো যে গান্ধী দৰ্শনত তেখেতৰ অগাধ বিশ্বাস আছে আৰু সেয়েহে অধ্যায়নো কৰে।

১৯৮৩ চনৰ নিৰ্ব্বাচন ৩য় বাৰৰ বাবে বৰ্মনে জয় লাভ কৰি শইকীয়া মন্ত্ৰী সভাত স্থান পায়। ১৯৯১ চনত ৪ৰ্থ বাৰৰ বাবে বৰক্ষেত্ৰী সমষ্টিৰ পৰা জয় লাভ কৰি শইকীয়া মন্ত্ৰীসভাত শিক্ষা, পঞ্চায়ক, স্বাস্থ্য আদি পৰিচালনাত নিপুনতা দেখুৱায়।

১৯৯৪ চনৰ ২৪ এপ্ৰিল তাৰিখত উচ্চ ন্যায়ালয়ৰ ওচৰত দীঘলী পুখুৰী পাৰত ৰাজ্যপাল তথা প্ৰাক্তন মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধীৰ ১০৬ তম জন্ম দিৱসত

যি প্ৰতিমূৰ্ত্তি স্থাপন কৰা হৈছে, ই ডাঃ বৰ্মনৰ চেষ্টাৰ ফলতহে হৈ উঠিছে। তেখেত বিষ্ণুৰাম মেধী স্মৃতি ৰক্ষা সমিতি প্ৰতিষ্ঠাতা আৰু প্ৰতিষ্ঠাপক সভাপতি, মই নিজে কাৰ্য্যকৰী সভাপতি, শ্ৰীভূপেশ মালাকৰ সাধাৰণ সম্পাদক আৰু আন-আন বহু লোকে এই স্মৃতি ৰক্ষা সমিতিত জড়িত কৰিছিল আৰু ডাঃ বৰ্মনৰ পৰামৰ্শ মতে কাম কৰিছিল। অসমৰ প্ৰায় আটাইবোৰ প্ৰয়াত বিখ্যাত ব্যক্তিক ডাঃ বৰ্মনে যথেষ্ট শ্ৰদ্ধা আৰু ভক্তিৰে চাইছিল। মহেন্দ্ৰ চৌধুৰীৰ নামত পাণবজাৰৰ M.M C চিকিৎসালয় ডাঃ বৰ্মনৰ উদ্যোগতে হৈছিল। মই মহেন্দ্ৰ চৌধুৰীৰ তাত কিবা কামত গলে তেখেতে বেচিভাগ প্ৰসংগত ডাঃ বৰ্মনক উল্লেখ কৰিছিল। ডাঃ বৰ্মনৰ লগত ১৯৭২ চনৰ পৰা নলবাৰী অঞ্চলৰ দিহজাৰী, কেন্দুকুছি, নামকাভইৰা, মাতিকুছি, সন্ধা, ঘগ্ৰাপাৰ আদি বহু সভাতে যোগদান কৰাৰ সুবিধা পাইছিলোঁ। স্থান ভিন্নে তেখেতৰ বক্তব্যৰ পৰিবৰ্ত্তন মই দেখা নাছিলোঁ। একে সুৰ,একে ধৰণে অতি সৰল ভাষাত তেখেতে ভাষণ দিছিল, গাঁওৰ মানুহে তেখেতৰ ভাষণ আৰু তাৰ অৰ্থ মৰ্ম্মে মৰ্ম্মে উপলব্ধি কৰিছিল। কোনোৱে কোনোৱে তেখেতক কামৰূপীয়া ভাষা সম্ৰাট নামো দিছিল।

চনতো মনত নাই, এবাৰ মই বেলশৰলৈ তেখেতৰ বাসভবনলৈ গৈছিলোঁ। তেতিয়া কংগ্ৰেছ চৰকাৰ নাছিল, তেখেতে গাঁওত থাকি চিকিৎসাত মনোযোগ দিছিল। তেখেতৰ বাসভবনৰ সন্মুখতে নিজা ববীযাকৈ সজা চিকিৎসালয়ৰ এটা সৰু ঘৰ, বহু সংখ্যক মানুহ আৰু বেচিভাগে গাৱলীয়া গৰীব মানুহ। মই দেখিবলৈ পাইছিলো যে নিজে প্ৰতিজন ৰোগীৰ ওচৰত গৈ চাই-চিটি ঔষধ দিয়ে আৰু কোনোবাই ঔষধ কিনা পইচা নাই বুলি কলে, ২য় ঐষধ নহলে পইচা হলেও ৰোগীক দিয়ে।

১৯৮৩ চনৰ ফেব্ৰুৱাৰীত নিৰ্ব্বাচনক কেন্দ্ৰ কৰি বহু মানুহৰ মৃত্যু হৈছিল। বৰ্মনে নিৰ্ভয়ে কিবা এটা বিপদ হলে নলবাৰীলৈ গৈ বুজলৈ সান্তনা, সহায় সাহায্য কৰিছিল। এনে গুনবিশিষ্ট হোৱা বাবে নলবাৰী অঞ্চলত কেইবাবাৰো তেওঁক প্ৰাণ নাশৰ বাবে দুষ্কৃতিকাৰীয়ে চেষ্টা চলাই বিফল হৈছিল। ভগৱানৰ ওপৰত ডাঃ বৰ্মনৰ গভীৰ বিশ্বাস আছিল। তেখেতৰ মতে ভগৱানৰ আশীৰ্ব্বাদ থকা বাবে সকলো আসন্ন বিপদৰ পৰা তেওঁ সাৰিব পাৰিছিল।

ৰাজনৈতিক জীৱনটো বৰ্মনৰ এটা নিজা সুকীয়া ধাৰা আছিল। দিল্লীত যোৱাতো ৰাজনৈতিক নেতা সকলৰ এটা নিয়মত পৰিণত হৈছে, কেতিয়াবা চৰকাৰী কামত, কেতিয়াবা ৰাজনৈতিক লাভালাভ বিচাৰি আদি বহু কাৰণ লৈ নেতাসকল দিল্লীমুখী হয় আৰু দিল্লীক থকা দিন কেইটা কেন্দ্ৰীয় নেতাসকলক লগ ধৰাটো এটা নিয়মৰ ভিতৰত পৰে। কিন্তু ডাঃ বৰ্মনে মই জনাত চৰকাৰী কামত কেতিয়াবা দিল্লীলৈ যায় আৰু অসম হাউচতে আবদ্ধ হৈ থাকে। কাম হলে গুছি আহে, কোনো কেন্দ্ৰীয় নেতা আদিক লগ ধৰি ৰাজনৈতিক লাভালাভৰ আশাবাদী নহয়। ১৯৯৬ চনৰ ১৫ ফেব্ৰুৱাৰী মুকলমুৱাত ডাঃ বৰ্মনৰ সৌজন্যত এখন সভালৈ গৈছিলোঁ। বহু দূৰৈৰ গাঁও সমূহৰ পৰা হাজাৰ হাজাৰ মানুহে ইয়াত যোগ দান কৰিছিল। গাঁওৰ গাঁওবুঢ়াক ধৰি বহু বয়সীয়াল গাঁওলীয়া মানুহৰ পৰা বৰ্মনৰ গুনানুকীৰ্ত্তণ শুনিব পাৰিছিলোঁ। তেতিয়া মোৰ ধাৰণা দৃঢ় হৈছিল যে ডাঃ বৰ্মন আচলতে এজন তৃণমূল পৰ্য্যায়ৰ গান্ধীবাদী কংগ্ৰেছ। তৃণমূল পৰ্য্যয়ৰ সকলো কংগ্ৰেছ কৰ্মী বৰ্মনৰ অতি ভক্ত আছিল আৰু ভাল পাইছিল, কিন্তু নেতৃত্বৰ লালসাত কাম কৰা অতি কম সংখ্যক কংগ্ৰেছ কৰ্মীহে তেখেতক বেয়া দৃষ্টিৰে চাইছিল।

১৯৯১ ৰ সাধাৰণ নিৰ্ব্বাচনত বৰক্ষেত্ৰী সমষ্টিৰ পৰা দ্বিতীয় বাৰো জয়লাভ কৰে আৰু শইকীয়াৰ মন্ত্ৰীসভাত শিক্ষা, স্বাস্থ্য, পঞ্চায়ত আদি কেইবাটাও দপ্তৰ চলায়। মই যিমান দূৰ জানো বৰ্মনৰ প্ৰতি শইকীয়াৰ মৰম, স্নেহ বিশ্বাস অতি গভীৰ আছিল। শইকীয়াই জানিছিল যে বৰ্মনে সদায় নেতৃত্বক সহায় কৰে কিন্তু বিসম্বাদী আদিত যোগ হৈ বিৰোধীতা নকৰে। ১৯৯৬ চনৰ ২২ এপ্ৰিলত শইকীয়াৰ মৃত্যু হয় আৰু শইকীয়াৰ ইচ্ছানুসৰী নিৰ্ব্বাচনৰ সময়লৈ মুখ্যমন্ত্ৰী হয়। মুঠতে মহেন্দ্ৰ চৌধুৰী, শৰৎ সিংহকে ধৰি শইকীয়াৰ মন্ত্ৰী সভালৈ বৰ্মনে কেতিয়া কোনো বিসম্বাদী দলভুক্ত নহৈছিল সদায় এজন নিষ্ঠাবান কংগ্ৰেছ কৰ্মীৰ দৰে নেতৃত্বক সহায় কৰি নিজৰ কামত ব্যস্ত থকা দেখা গৈছিল।

ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাও ডাঃ বৰ্মনৰ দীৰ্ঘায়ু হওক।*

---

**লেখক আৰ্য্যবিদ্যাপীঠ মহাবিদ্যালয়ৰ গণিত বিভাগৰ প্ৰাক্তন মুৰব্বী অধ্যাপক, সমাজকৰ্মী ও লিখক।**

# দুখীয়াৰ বন্ধু ডাঃ ভূমিধৰ বৰ্মন

✍ নাৰায়ণ দাস

ডাঃ ভূমিধৰ বৰ্মনক মই জানো ৰাজনৈতিক পথাৰত। তেখেতে প্ৰথম বাৰ বিধান স ভাৰ সদস্য হোৱাৰ পিচৰ পৰাই আজিলৈকে তেখেতৰ লগত বৰ ঘনাই নহলেও সময়ে সময়ে তেখেতৰ লগত যোগা-যোগ হৈ আছে। ডাঃ বৰ্মনক দুখীয়াৰ বন্ধু বুলি কলে অত্যুক্তি কৰা নহয়। কাৰণ সক্ৰিয় ৰাজনীতিৰ লগত জৰিত হোৱাৰ আগতে তেখেতে বিশেষকৈ নলবাৰী অঞ্চলত অসুস্থ মানুহৰ চিকিৎসা কৰি আহিছে। তেখেতে কেৱল চিকিৎসা কৰাই নহয় লগতে মানুহৰ মনৰ বাতৰি লবলৈকো সততে ব্যস্ত। ডাঃ বৰ্মনে ৰোগীক চিকিৎসা ক ৰাৰ লগতে ৰোগীৰ বুকুৰ স্পন্দন শুনিবলৈ পায় আৰু এই স্পন্দনে তেঁওৰ মানসিকতাত ৰাজনৈতিক চিন্তাধাৰাৰ খলকনি তোলে। ডাঃ বৰ্মনে দুখীয়া লোকক চিকিৎসা কৰিলে তেওঁলোকৰ পৰা কোনো ফিজ বা বানচ নলয় বুলি কোৱা লোকৰ মুখত সঘনে শুনিবলৈ পোৱা যায়।

এনেতে প্ৰয়াত মাননীয় মুখ্যমন্ত্ৰী মহেন্দ্ৰ মোহন চৌধাৰীৰ প্ৰভাবত ডাঃ বৰ্মন জাতীয় কংগ্ৰেছ দলত যোগ দিয়ে আৰু বৰ্ত্তমালৈকে প্ৰাদেশিক কংগ্ৰেছৰ এজন নেতা হিচাপে অগ্ৰনি ভূমিকা লৈ আছে। বৰ্মনৰ ৰাজনীতিত উত্থান-পতন হৈছে যদিও তেওঁ কোনো দিনে নিৰাশ হোৱা দেখা নাযায়। তেওঁ এজন নিৰহংকাৰী, নিৰভিমানী, ত্যাগী লোক. ডাঃ বৰ্মনৰ ৰাজনৈতিক দৃষ্টি ভঙ্গী হৈছে গাঁওবাসী ৰাইজৰ উন্নতি সাধন কৰা. বৰ্মনৰ জন্ম গাঁওতেই কাৰণে গাঁওবাসীৰ আচাৰ-ব্যৱহাৰ, সুখ-দুখ, মৰ্ম-বেদনা খুব ভাল দৰে উপলব্ধি কৰিব পাৰে। তেঁও কংগ্ৰেছ দলত সক্ৰিয় ভূমিকা লোৱাৰ লগে লগে গান্ধী বাদী হৈ পৰে।

গ্ৰাম্য জীৱনৰ পুনৰুজ্জীৱন গান্ধীজীৰ বাবে ভাৰতৰ মুক্তি আৰু প্ৰগতিৰ প্ৰধান চৰ্ত্ত। তেখেতে কৈছে ঃ- "The cities are capable to taking care

themselves. It is the villages we have to turn to. We have to disafuse them of their narrow amongst them and sharing their joys and sorrows and spreading education and intelligent in formation among them: (Hori Jan, 26.1..34)

ডাঃ বৰ্মনক হাড়ে হিমজুৰে অসমৰ গ্ৰাম্য জীৱনৰ আৰ্থিক, সামাজিক উন্নয়নৰ কাৰণে সদায় সচেতন আৰু মনোনিবেশ ক ৰা দেখা যায়। তেঁও মন্ত্ৰী, মুখ্য মন্ত্ৰী পদত থকাৰ সময়তো সদায় অনাৰম্বৰ আৰু নিস্কলুখ জীৱন-জাপন কৰি অসমৰ জন-জীৱনৰ উন্নতিৰ কাৰণে দেহে-কেহে চেষ্টা চলোৱা পৰিলক্ষিত হয়। বৰ্ম্মণ এজন অতি সাহসী লোক বুলিয়ো জনা যায় কাৰণ তেওঁৰ জীৱন বিনাশ কৰাৰ কাৰণে সন্ত্ৰাস বাদীয়ে কেবাবাৰো চেষ্টা চলাই বিফল হয়। কিন্তু ডাঃ বৰ্মণে বিপদাপন্ন জীৱনলৈ ভ্ৰুক্ষেপ নকৰি, নিজৰ সঙ্কল্পত অচল-অটল থাকি নিজ কৰ্ত্তব্য কৰি থকা দেখা যায়। বৰ্মনৰ বৰ্নময় জীৱনত নানা ঘাত-সংঘাত আহিছে কিন্তু দৃঢ়চেতীয়া মনোভাৱ, সংকল্পৰ প্ৰতি অটুট বিশ্বাসৰ অধিকাৰী হিচাপে তেওঁক কোনো সমস্যাই বিচলিত কৰিব নোৱাৰা গুণে বিৰুদ্ধ বাদীকো তেওঁৰ গুণমুগ্ধ কৰিছে। কৰ্ম্মত নিষ্ঠা, চিন্তাত পুষ্ট আৰু ৰাজনৈতিক বিচক্ষণতাৰ বাবে বিশেষকৈ নলবাৰী জিলাৰ সৰ্বসাধাৰণ ৰাইজে চালক হিচাপে মানি সমীহ কৰি আহিছে -- আনে প্ৰেৰণা পাইছে। অসম কংগ্ৰেছ দলতো নেতা হিচাপে ডাঃ বৰ্ম্মনক মান্যতা প্ৰদান কৰা দেখা যায়। তেখেত বৰ্ত্তমান কংগ্ৰেছৰ এজন প্ৰবীণ ৰাজনীতিবিদ। আজিকালি ৰাজনৈতিক নেতৃস্থানীয় লোকসকলৰ মাজত ক্ষমতা হস্তান্তৰ কৰাৰ কাৰণে নিজ নিজ দল একোটা গঠন কৰা দেখা যায়। যাৰ ফলত নিজৰ ভিতৰতে অৰিয়া-অৰি লাগি দলটোকেই দুৰ্বল কৰি পেলায়। এইবিষয়ত ডাঃ ভূমিধৰ বৰ্মণ সদায় সচেতন। দল পকোৱা নেতাসকলৰ উদ্দেশ্য ক্ষমতা আগত তাৰ পিচতহে দলৰ কাম বা দেশৰ কথা চিন্তা কৰিব পৰা যায়। কিন্তু ডাঃ বৰ্মন এইসকল লোকৰ পৰা সম্পূৰ্ণ বেলেগ। তেওঁৰ ভাৱধাৰাই হৈছে আগতে নিজৰ ৰাজনৈতিক দলটো নিভাজ আদৰ্শৰে নিপোটল নিকপকপীয়া কৰি তোলা যাতে জাতি ধৰ্ম নিৰ্বিশেষে সৰ্বসাধাৰণ ৰাইজৰ মাজত আস্থাভাজন হব পৰা যায়। ডাঃ বৰ্মনৰ ৰাজনীতি জীৱিকাৰ পথ নহয়। কিন্তু আজি কালি প্ৰায় ৰাজনৈতিক নেতাসকলৰ উদ্দেশ্যই হৈছে ৰাজনীতিক সহজ জীৱিকাৰ পথ অৱলম্বন কৰি জীৱন নিৰ্বাহ কৰা, ভোগ-

বিলাসত মচগুল হৈ থকা আৰু বংশানুক্ৰমে এই পথ অব্যাহত ৰখা। আজি ভাৰতবাসীৰ মনত এইটোৱেই বৰ দুখ আৰু পৰিতাপৰ বিষয় হৈ পৰিছে যে বৃহৎ সংখ্যক এচাম পেচাদাৰী ৰাজনীতিবিদৰ উদ্ভৱ হ'ল। গাওঁ অঞ্চলটো এচাম মানুহে উন্নয়নৰ ফলত উপকৃত হ'ল আৰু গাওঁবাসীৰ ওপৰত প্ৰতি পত্তি খটাবলৈ ধৰিলে। স্বাধীনতাৰ পঞ্চাশ বছৰৰ পিচতো দৰিদ্ৰৰ সীমা-ৰেখাৰ তলত ৰৈ গ'ল ৪০% লোক। নিবনুৱা সমস্যা এক দীৰ্ঘকালীন ব্যাধিত পৰিণত হ'ল। নিৰ্বাচনৰ যোগেদি তেওঁলোকৰ মতা-মতৰ প্ৰভাৱ ৰাষ্ট্ৰৰ ওপৰত পেলাব পাৰি বুলি সৰ্ব্বসাধাৰণ ৰাইজে ভাবিবলৈ এৰিলে।

কিন্তু ডাঃ ভূমিধৰ বৰ্মন পেচাদাৰ ৰাজনীতিবিদ সকলৰ মনোবৃত্তিৰ সম্পূৰ্ণ উদ্ধত আৰু বিপৰীত। তেওঁৰ উদ্দেশ্যই হৈছে সৰ্বসাধাৰণ ৰাইজৰ আৰ্থিক, সামাজিক দিশত উন্নতি সাধন কৰা দুখীয়াৰ মনৰ খবৰ ৰখা।

ডাঃ ভূমিধৰ বৰ্মনৰ লগত নিবিড় পৰিচয় থকা লোক মাত্ৰেই জানে যে আদৰ্শ, মানবতা হৈছে সমাজ প্ৰাণ, ব্যক্তি সত্বা। এইজন লোকৰ ব্যক্তিত্ব আৰু নেতৃত্বত এদিন অসম তথা আমাৰ সৰ্বসাধাৰণলোকে উন্নতিৰ পথত আগুৱাব পাৰিব বুলি আশা ৰাখিছোঁ।

ভূমিধৰ, অসমী আইৰ সু-সন্তান তুমি দধিচীৰ হাড়ৰ কণমানি কনা এটুকুৰা সংলগ্ন তোমাৰ শৰীৰত যাৰ বলত বলীয়ান তুমি, সিহঁতৰ প্ৰভাৱত দুস্কৃতিকাৰী পৰাভূত আজি। মহাত্মাৰ অহিংস নীতিক সাৰোগত কৰি দুখীয়া-নিছলাৰ উন্নতি কল্পে কৰিছা জীৱন পণ। মহেন্দ্ৰৰ আশীৰ্বাদ, উদগনি পাইছা তুমি ৰাজনৈতিক জীৱনৰ আদিম পুৱাতে, নাপাহৰিবা মাথো তোমাৰ কৰ্ম্মময় জীৱনত এই ত্ৰিমূৰ্ত্তিক।*

---

লেখক এগৰাকী ভাৰতবৰ্ষৰ স্বাধীনতা আন্দোলনৰ মুক্তিযোদ্ধা, গান্ধীবাদী, আজীৱন কংগ্ৰেছ কৰ্মী ও সমাজ সেৱক।

# ডাঃ ভূমিধৰ বৰ্মন - চিকিৎসক - ৰাজনৈতিক।

ড° দয়ানন্দ পাঠক

ডাঃ ভূমিধৰ বৰ্মন সম্পৰ্কে বহুতেই বিভিন্নভাবে কোৱা কথা শুনো। তেনেবোৰ কথাত তেওঁৰ সপক্ষে শ্ৰদ্ধাসূচক মন্তব্য ও আছে আৰু সমান্তৰাল ভাবে তিৰ্যক বাক্যবাণো আছে। দুয়োপক্ষৰ লোকে তেওঁলোকৰ সপক্ষে-বিপক্ষে যথেষ্ট যুক্তি দৰ্শাবলৈ সাজু। পিছে আমি ডাক্তৰ বৰ্মনৰ পৰিচিত হলেও তেওঁৰ ঘনিষ্ঠজন নহয়। কাৰণ আমি তেওঁক দূৰৰ পৰাই লক্ষ্য কৰি আছোহক। সক্ৰিয় ৰাজনীতিৰ সতে আমি এতিয়াও বিচ্ছিন্ন হৈ থকা বাবে তেওঁক ঘনিষ্ঠভাবে জনাৰ সুবিধা লাভ কৰিব পৰা নাই। তথাপিও দূৰৰ মানুহৰ দৃষ্টিৰো এক সুকীয়া গুৰুত্ব আছে। আমিও ডাঃ বৰ্মনক তেনে দৃষ্টিৰেই চাইছো। তেনে দৃষ্টিৰ মাজেৰেই তেওঁক জানিবলৈ চেষ্টা কৰিছো। পিছে, সঁচা কথা কবলৈ হ'লে, এগৰাকী ব্যক্তিক সঠিক ভাবে জনাটো সম্ভব নহয়। ব্যক্তিৰ ব্যক্তিত্ব এক জটিল ক্ষেত্ৰ। এগৰাকী ব্যক্তিৰ ব্যক্তিত্বত বিভিন্ন বিপৰীতমুখী উপাদান থাকে তেনেবোৰ উপাদানক বুজি বাজি লৈ এক নিৰপেক্ষ দৃষ্টিভংগী দিয়াটোহে বাঞ্চনীয়।

ডাঃ বৰ্মনৰ কথা আমি বিশ্ব বিদ্যালয়ৰ ছাত্ৰ হৈ থকা অৱস্থাতেই শুনিছো। এয়া সত্তৰ দশকৰ দ্বিতীয়াৰ্দ্ধৰ কথা। ডাঃ বৰ্মন যে এগৰাকী সুদক্ষ চিকিৎসক আৰু সেই চিকিৎসক গৰাকীয়ে ৰাজনীতিত সোমাইছে সেই কথা আমি উল্লিখিত সময়তেই গম পাও। তেতিয়া মনতে প্ৰশ্ন হৈছিল-- এই সুদক্ষ ডাক্তৰ গৰাকীয়ে কিহৰ আশাত বন্দী হৈ এম এল এ মন্ত্ৰী হবলৈ গ'ল? চিকিৎসক এগৰাকী চিকিৎসক হৈ থকাহেতেন ৰাইজ বেচি উপকৃত হ'লহেতেন। তেৱো ৰাইজক সেৱা কৰাৰ এক পবিত্ৰতম সুবিধা লাভ কৰিলেহেতেন। পিছে, চিকিৎসক এগৰাকী ৰাজনীতি কৰাত কোনো বাধা নাই। ডাঃ বিধান চন্দ্ৰ ৰায়ে এগৰাকী সুদক্ষ চিকিৎসক হৈয়ো এগৰাকী সুদক্ষ ৰাজনীতিক হোৱাৰ উদাহৰণ দাঙি ধৰিছে। আজিও পশ্চিমবংগৰ মানুহ ডাক্তৰ বিধান চন্দ্ৰ ৰায়ৰ প্ৰতি নতমস্তক। তেখেতৰ দিনতেই পশ্চিমবংগৰ প্ৰকৃত বুনিয়াদ ৰচিত হৈছে। তেখেতৰ পৰিকল্পনা মতেই পশ্চিমবংগ আজিও চলিছে। পশ্চিম বংগৰ মুখ্যমন্ত্ৰী হৈ থকা কালতো

তেওঁ চিকিৎসকৰ দায়িত্ব পৰিহাৰ কৰা নাই। বৰং চিকিৎসক হিচাপে ডাঃ ৰায়ে নিজকে এগৰাকী কিম্বদন্তি পুৰুষ বুলি প্ৰতিপন্ন কৰিব পাৰিছে।

অইন অইন ৰাজ্যতো চিকিৎসকসকলে ৰাজনীতিত অৱতীৰ্ণ। তেনেলোকৰ কিছু অংশই এককুল ৰক্ষা কৰিব পাৰিছে। কিছু অংশই দুয়োকুল সমানেই ৰক্ষা কৰিব পাৰিছে। ডাঃ বৰ্মনে দুয়োকুল সমানেই ৰক্ষা কৰিব পাৰিছে নে নাই নাজানো। কিন্তু আমি জনাত ডাঃ বৰ্মন এগৰাকী আদৰ্শ চিকিৎসক হ'ব পাৰিলেহেতেন। ৰাজনীতিৰ ধামমুখীয়াত উপযুক্ত মানুহেও জীৱনত বহুখিনি হেৰুৱাবলগীয়া হয়। ৰাজনীতিৰ জখলা অতি সংকটময় আৰু পিছল। জখলাৰে ওপৰলৈ উঠিব খুজি পিছলি পৰা লোকৰ সংখ্যাই ৰাজনীতিত সৰহ। তথাপিও তেনেলোক নিজৰ দলৰ প্ৰতি থকা আগ্ৰহ অথবা সমাজৰ প্ৰীতিৰ বাবে লাগি থাকে।

ডাঃ বৰ্মন সম্পৰ্কে বিভিন্নজনে বিভিন্ন মন্তব্য কৰাৰ কথা পূৰ্বেই উল্লেখ কৰিছো। তেওঁৰ শত্ৰু মিত্ৰ উভয় পক্ষই কিন্তু স্বীকাৰ কৰে, ডাঃ বৰ্মন এগৰাকী সুদক্ষ চিকিৎসক। চিকিৎসক হিচাপে তেওঁ ইতিমধ্যে ৰাইজৰ হৃদয়ত এখন স্থায়ী আসন লাভ কৰিবলৈ সক্ষম হৈছে। তেওঁৰ নিজৰ স্থান ধৰ্মপুৰৰ লোকে কয়, ডাঃ বৰ্মনে পইচা ঘটাৰ বাবে চিকিৎসক হোৱা নাই। সেৱাৰ মনোবৃত্তিৰেই তেওঁ চিকিৎসকৰ নৈতিক দায়িত্ব নিৰ্বাহ কৰিছে। বহুত সময়ত ৰোগীৰ পৰা ফিজ লোৱাটো দূৰৰ কথা, তেঁও ৰোগীক নিজৰ পকেটৰ পৰা পইচা উলিয়াই দিয়া বুলিহে ৰাইজে কয়। তেনেলোক ডাঃ বৰ্মনৰ প্ৰতি এতিয়াও শ্ৰদ্ধাভক্তিত নতমস্তক।

ডাঃ বৰ্মনৰ সতে মোৰ এগৰাকী বন্ধুৰ দেউতাকৰ ঘনিষ্ঠতা। দেউতাকৰ মতে তেওঁৰ ঘনিষ্ঠতা হলেও পুতেকহঁতৰ সতে তেওঁৰ কোনো ঘনিষ্ঠতা নাই। পুতেকহঁত (অৰ্থাৎ মোৰ বন্ধু তথা তেওঁৰ ভাতৃসকল) ৰাজনৈতিক ভাবে ডাক্তৰ বৰ্মনৰ বিৰোধী শিবিৰৰ লোক। তেওঁলোকে ডাক্তৰ বৰ্মনৰ নামত সাতকিল মাৰে। নিৰ্বাচনৰ সময়তো তেওঁলোকে বৰ্মনৰ বিপক্ষেহে নিৰ্বাচনী প্ৰচাৰ কৰিছে। এদিন বন্ধু পিতৃৰ মৃত্যু ঘটিল। বন্ধু পিতৃৰ মৃত্যুৰ লগে লগে সেইখন ঘৰৰ লগত ডাক্তৰ বৰ্মনৰো সম্পৰ্ক সম্পূৰ্ণ ৰূপে চিন্ন হ'ব লাগিছিল। কিন্তু নহ'ল। ❋

---

লিখক, সুসাহিত্যিক ড° দয়ানন্দ পাঠক হাজো সুৰেন দাস মহাবিদ্যালয়ৰ প্ৰাক্তন অধ্যক্ষ, বৰ্ত্তমান প্ৰাগজ্যোতিষ মহাবিদ্যালয়ৰ অধ্যক্ষ।

# ডাঃ বৰ্মনঃ ব্যক্তিগত ব্যক্তিত্ব
## (জীয়ৰী হিচাবে যি ভাবে জানো)

✍ বীনা বৰ্মন কলিতা

মোৰ দেউতা ডাঃ ভূমিধৰ বৰ্মন অসমৰ ৰাইজৰ বাবে এটা অচিনাকি নাম নহয়। নিজৰ অধ্যাবসায় আৰু ব্যক্তিত্বৰ বলত এটি অতি সাধাৰণ পৰিয়ালৰ পৰা অসমৰ মুখ্যমন্ত্ৰী পদলৈ নিযুক্ত মানুহজন মোৰ বাবে কিন্তু অসাধাৰণ। অতিশয় কষ্ট সহিষ্ণু, উদ্যমী, বুদ্ধিমত্তা আৰু দয়া এইবোৰ তেখেতৰ ব্যক্তিত্বৰ একোটা দিশ। তেখেতৰ ব্যক্তিত্বৰ বিষয়ে কিমান উপলব্ধি কৰিলো, তাক হয়তো মই ভালদৰে নেজানো। নিজা সন্তান হৈও আমি যেন তেখেতক আন দহজনৰ নিচিনাকৈহে লগ পাইছো। ঘৰুৱা জীৱনৰ বাবে তেখেতৰ সময় তেনেই তাকৰ। তথাপিতো মোৰ মনত দেউতা সম্বন্ধে দুই এটা সৰু ঘটনাৰ জৰিয়তে দেউতাই কেনেকৈ ধৰা দিছিল তাকে ব্যক্ত কৰিছো।

দেউতাৰ বৰ্ণনা মই কি হিচাবে দাঙি ধৰিম— এজন পিতৃ হিচাবে, এজন চিকিৎসক হিচাবে নে এজন ৰাজনৈতিক ব্যক্তি হিচাবে? দেউতাৰ বৈচিত্ৰ জীৱনত এটা পৰিচয় যে আন এটা পৰিচয়ৰ লগত সাঙোৰ খাই আছে। তেখেতক পিতৃ হিচাবে বৰ্ণাব গ'লে, চিকিৎসক এজনৰ প্ৰতিচ্ছবি আহে, আৰু চিকিৎসক দেউতাৰ মাজতেই লুকাই আছে ৰাজনীতিবিদ এজন।

১৯৬৭ চনৰ পৰাই তেখেতে নিৰ্ব্বাচনত অংশ গ্ৰহণ কৰিছিল, যি সময়ত মই পানী কেঁচুৱা। গতিকে এজন পিতৃ হিচাবে দেউতাই তেখেতৰ সন্তানৰ প্ৰতি দিব লগা মনোযোগ বা সময় দিব পৰা নাছিল। কাৰণ তাৰ আগৰে পৰাই চিকিৎসা সেৱাৰ লগতে সমাজ সেৱাতো জড়িত হৈ পৰিছিল। কিন্তু তাৰ মাজতে যিকণ সময় উলিয়াইছিল (বিশেষকৈ খুউব ৰাতিপুৱা, আমি যেতিয়া বিছনাত থাকো) আমাক নানান ধৰণৰ পাঠ্যপুথিৰ বা সামাজিক ঘটনাৰ প্ৰশ্ন সুধি পঢ়াৰ অগ্ৰসৰতাৰ

হিচাব লৈছিল। দেউতাৰ ইংৰাজীৰ লগতে বুৰঞ্জী আছিল অতি প্ৰিয়। গতিকে এই দুটা বিষয়ৰ প্ৰশ্নৰ সন্মুখীন হব লগা হৈছিল বেছিকৈ। সংস্কৃতো আছিল দেউতাৰ আন এটা প্ৰিয় বিষয়। দুই এটা প্ৰশ্ন আহিছিল সংস্কৃত শ্লোকৰ পৰাও। অশোকে কৰা জনহিতকৰ কামৰ তালিকা আৰু বুদ্ধদেৱৰ অহিংস দৰ্শনৰ জ্ঞানো তেতিয়াই দেউতাই আমাক দিছিল— ভবিষ্যতে আমি যেন তাৰ পৰা অনুপ্ৰাণিত হও।

দেউতাৰ জীৱনৰ এটা আকৰ্ষণীয় দিশ হৈছে কৰ্ম্ম। "কৰ্ম্মই ধৰ্ম্ম" কথাষাৰ যেন দেউতাৰ ক্ষেত্ৰত প্ৰযোজ্য। কাম অবিহনে দিন নেযায়, ৰাতি নুপুৱায়। দেউতাৰ এটা দিন আৰম্ভ হয়৪-৪.৩০ মান বজাতেই। নিজৰ প্ৰাতঃ কাম সম্পন্ন কৰিয়েই তেখেত সোমাই পৰে কৰ্ম্মৰ মাজত। আমাৰ গাঁওৰ ঘৰত প্ৰায় ৰাতিপুৱা প্ৰায় ৫ মান বজাৰ পৰাই ৰোগীৰ লানি আৰম্ভ হয়। তেতিয়াৰ পৰাই ৰোগীসেৱা আৰম্ভ কৰে। তাৰ মাজত আছে ৰাজনৈতিক সাক্ষাত প্ৰাৰ্থী। মুঠতে নিজৰ আহাৰ খিনিও সময় মতে গ্ৰহণ কৰাৰ আহৰি নাই। দিনৰ ভাগত জিৰণি লোৱা অভ্যাস দেউতাৰ কেতিয়াও নাই। তাতেই আকৌ ঘৰলৈ গৈ ৰোগী সেৱাও কৰিব লগা হয়। গাড়ী-মটৰ নোযোৱা ৰাস্তাত কেবা কিলোমিটাৰ হেলাৰঙে চাইকেল চলাই যায় দেউতা। আজি ৬০ উৰ্দ্ধোক(ওপৰৰ) বয়সতো কেবা কিলোমিটাৰ চাইকেল চলোৱা, খোজকঢ়া দেউতাৰ বাবে একো টান কাম নহয়। দেউতাৰ কষ্ট সহিষ্ণুতাৰ পৰিচয় ইয়াতকৈ আৰু একো কৈ দিবলগীয়া নাই।

দেউতা এজন প্ৰকৃতি প্ৰেমী। সেয়েহে বোধহয় তেখেত গাঁওমুখী। গাঁওতেই জীৱনৰ পাতনি মেলা দেউতাক সদায় গাঁৱলীয়া জীৱনে আকৰ্ষিত কৰিছিল। ১৯৫৮ চনতে চিকিৎসা বিজ্ঞানৰ স্নাতক ডিগ্ৰী লাভ কৰি ১৯৬০ চনৰ পৰাই বেলশৰ আৰু শোলমাৰা গাঁৱতেই কৰ্ম্মজীৱনো আৰম্ভ কৰিছিল। সেই সময়ত গাঁৱবিলাকৰ অৱস্থা আছিল তেনেই পুতৌ লগা। কটন কলেজৰ পৰা চিকিৎসা বিজ্ঞানলৈ, চহৰতে শিক্ষা সাং কৰি চহৰতে এটা চাকৰি যোগাৰ কৰি এটা আড়ম্বৰ পূৰ্ণ জীৱন তেখেতৰ বাবে সহজ সাধ্য আছিল যদিও গাঁৱৰ দুখীয়া ৰাইজৰ মাজত থাকি জনসেৱা কৰা ব্ৰত সফল কৰিবলৈ গাঁৱত সোমাই পৰিছিল। বিলাসিতাই দেউতাৰ জীৱন কেতিয়াও স্পৰ্শ কৰিব পৰা নাই। সেই আদৰ্শৰেই বোডিং স্কুলত নিজৰ ল'ৰা-ছোৱালীকো নপঢ়াই গাঁৱতেই শিক্ষা আৰম্ভ কৰাইছিল।



পত্নী আৰু নাতিনীৰ সৈতে ঘৰুৱা পৰিবেশত ডাঃ ভূমিধৰ বৰ্মন।



ঘৰুৱা পৰিবেশত নাতি-নাতিনীৰ লগত ডাঃ ভূমিধৰ বৰ্মন।



ডাঃ ভূমিধৰ বৰ্মন, সহধৰ্ম্মিণী শ্ৰীযুতা মালতী বৰ্মনৰ লগত।



অসম সাহিত্য সভাৰ ৪৩ তম্ টিহু অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সদস্য সকলৰ লগত অভ্যৰ্থনা সমিতিৰ সভাপতি ডাঃ ভূমিধৰ বৰ্মনদেৱ।
(১, ২, ৩ ফেব্ৰুৱাৰী ১৯৭৬ চন) মুকলি সভা
অনুষ্ঠিত হৈছিল টিহু হাইস্কুলৰ খেল পথাৰত।

ব্যস্ততাৰ মাজৰ আহৰি সময় কণ নিজৰ বাৰীখন বা গোহালীত কটাই ভালপায় তেখেতে। দুখীয়া ৰাইজৰ বাবে দেউতা অতি আপোন বন্ধু। নলবাৰী আৰু বৰপেটা অঞ্চলৰ পুৰণি চামৰ মাজত এনেকুৱা খুব কম মানুহ ওলাব, যিয়ে দেউতাৰ পৰা চিকিৎসা সেৱা পোৱা নাই। দেউতাক চিকিৎসাৰ বাবদ দিয়া মাচুল আছিল দুখীয়াৰ আশীৰ্ব্বাদ। দিব পৰা জনাই দুই-পাচ টকা নিদিয়াকৈ নাছিল। দুখীয়া নিচলাই ডাক্তৰক দিব লগীয়া মাচুলৰ পৰিবৰ্ত্তে ওলোটাই দৰব পাতি বা পথ্যৰ বাবদ দুই - চাৰিটকা লৈহে গৈছিল। তেওঁলোকৰ বাবে সেয়েহে বৰ্ত্তমানো তেখেত "মন্ত্ৰী ডাঙৰীয়াতকৈ", "ডাক্তৰবোপা" বুলি বেছি পৰিচিত। সেই অঞ্চলত এতিয়াও ল'ৰা বুঢ়াৰ বাবে তেখেত "ডাক্তৰ বাবু"। তাৰ উমান মই এবাৰ এনেকৈয়ে পাইছিলো। এজন ৰসিক বহি পৰীক্ষকে আমাৰ কলেজত চাহ দিয়া ল'ৰাটো নলবাৰীৰ বুলি জানিব পাৰি, স্বভাৱগত ভাবে নলবাৰীৰ এজন বিখ্যাত মানুহৰ নাম কবলৈ ক'লে। বিপাঙত পৰা দহ - বাৰ বছৰীয়া ল'ৰাটোৰ মনত এজন ডাক্তৰৰ প্ৰতিচ্ছবিয়েহে দেখা দিলে-- লগে লগেই উত্তৰ "ভূমি ডাক্তৰ"।

দেউতা অতি ধৰ্ম্মপ্ৰাণ লোক। প্ৰাতঃ পূজা-প্ৰাৰ্থনা দেউতাৰ দৈনন্দিন জীৱনৰ অংশ। পূৰ্ব্ব পুৰুষৰ পৰাই আমাৰ পৰিয়ালতো ঈশ্বৰ বিশ্বাসী আৰু শাক্ত। বছৰটোত কেবাটাও পূজা শ্ৰদ্ধা-ভক্তিৰে অৰ্চ্চনা কৰা হয়। সেয়া বৰ্ত্তমানো চলি আছে। কিন্তু দেউতা বলি বিধানত বিশ্বাসী নহয়। তেখেতৰ মতে জীৱ হত্যাৰে পূণ্য আৰ্জ্জিব পৰা নাযায়। শাক্ত হৈও আমাৰ পৰিয়াল পৰম্পৰাগত ভাবে নাম ধৰ্ম্মতো বিশ্বাসী। পালনাম, নাম-কীৰ্ত্তন আদিও নিয়মিত ভাবে অনুষ্ঠিত কৰা হয়।

ৰাজনৈতিক জীৱনত দেউতাই কি পালে বা ৰাইজক তেখেতে কি দিলে, সেয়া পাঠক ৰাইজে নিজে বিচাৰ কৰি লব। ৰাজনীতিত দেউতাৰ নীতি স্পষ্ট আৰু তেওঁ সদায় এটা নিৰ্দ্দিষ্ট ৰাজনৈতিক দলৰ নীতিত বিশ্বস্ত। "ঠল চাই কঠীয়াপাৰা" ৰাজনীতি তেখেতে কেতিয়াও কৰা নাই। তেখেতৰ নীৰ্ভিকতা আৰু সমাজ সেৱাৰ মনোভাবৰ বাবেই অতি কম বয়সতে অসমৰ ৰাজনীতিত এখন গুৰুত্ব পূৰ্ণ আসন গ্ৰহণ কৰিলে। ১৯৮৩ চনৰ নিৰ্ব্বাচনৰ বাবে দেউতাৰ লগতে তেখেতৰ ৰাজনৈতিক দল বিতৰ্কত সোমাই পৰে। সমাজৰ এছাম যুৱকৰ

প্ৰত্যাহ্বান নেওচিও দলৰ স্বাৰ্থত নিৰ্ব্বাচনত অংশ গ্ৰহণ কৰে। তাৰ বাবেই মাজে সময়ে এছাম অবুজ ডেকাৰ হাতত বহুতো অঙহী-বঙহী বা নিকট লোক নিৰ্য্যাতিত হব লগা হয়। উগ্ৰপন্থীৰ গুলীৰ লক্ষ্যও এদিন হ'ল দেউতা। কিন্তু দুখীয়াৰ আশীৰ্ব্বাদৰ ঢাল ভেদ কৰিব পৰা নাছিল শ শ গুলীয়েও। যিয়ে নহওক পৰিস্থিতিৰ উপশম হ'ল এতিয়া। তেওঁৰ ৩৩ বছৰীয়া ৰাজনৈতিক জীৱনত নলবাৰীৰ জিলাৰ লগতে নামনি অসমৰ আৰ্থ সামাজিক দিশৰ ভালেখিনি পৰিৱৰ্ত্তন আনিলে সেয়া পুনৰ দোহৰাৰ আৱশ্যকতা নাই। ব্যক্তিগত জীৱনত অগাধ সা-সম্পত্তি গোটাব নোৱাৰিলেও গোটাইছে মৰম আৰু আশীৰ্ব্বাদ। তেওঁৰ ৰাজনৈতিক জীৱনৰ এতিয়াও অন্ত হোৱা নাই। অদূৰ ভৱিষ্যতে তেখেতে যেন আৰু বহুতো সমাজ উন্নযনৰ হকে কাম কৰিব পাৰে তাৰ বাবে ভগবানৰ ওচৰত প্ৰাৰ্থনা জনালো। ৰাইজৰ শুভেচ্ছা নিশ্চয় তেখেতৰ প্ৰতি চিৰকাল থাকি যাব।*

---

লেখিকা এগৰাকী লিখক, সাহিত্যিক, অধ্যাপিকা, প্ৰাগজ্যোতিষপুৰ মহাবিদ্যালয় গুৱাহাটী, আৰু ডাঃ ভূমিধৰ বৰ্মনৰ কনিষ্ঠা জীয়ৰী।

# সমাজ কৰ্মী ডাঃ ভূমিধৰ বৰ্মন

শ্ৰীভোলা ৰাম দাস

ডাঃ ভূমিধৰ বৰ্মন অসমত এটি পৰিচিত নাম । তেওঁ বয়সত মোতকৈ ২০ বছৰ মান সৰু। তেওঁৰ জন্মৰ এবছৰ আগতেই কংগ্ৰেছৰ দ্বিতীয় পৰ্য্যায়ৰ ১৯৩০ চনৰ আইন অমান্য আন্দোলনত যোগ দি জেললৈ যাব লগা হৈছিল। তেতিয়াৰ পৰাই ভাৰতৰ কংগ্ৰেছ অনুষ্ঠানত সক্ৰিয় ভাবে যোগ দি থকা হৈছিল। ১৯৪৫ চনৰ পৰা১৯৪৮ চনলৈ বৰপেটা জিলা কংগ্ৰেছ কমিটিৰ সাধাৰণ সম্পাদক হিচাবে কাম কৰিব লগীয়া হৈছিল। ভাৰতে স্বাধীনতা পোৱাৰ পিচত ১৯৫০ চনত চাকৰি সোমাই পৰাত ৰাজনীতিৰ পৰা আঁতৰি থাকিব লগা হৈছিল। ১৯৭১ চনৰ ফেব্ৰুৱাৰী মাহত চাকৰিৰ পৰা অৱসৰ লৈ হাইকোৰ্টত ওকালতী আৰম্ভ কৰো আজিৰ পৰা প্ৰায় ৩০ বছৰ আগতে।

ডাঃ ভূমিধৰ বৰ্মন ১৯৫৮ চনতে এম. বি. বি. এচ পাচ কৰি ডাক্তৰ হৈ ওলায়। তেতিয়া পৰ্য্যন্ত মই বৰ্মনদেউৰ নামেই শুনা নাছিলোঁ। মই চাকৰি জীৱনত আমাৰ নানা ঠাইত চাকৰি কৰি থাকিব লগা হৈছিল। মোৰ ঘৰ পুৰণি কামৰূপ জিলাৰ (বৰ্ত্তমান বৰপেটা জিলাৰ) অন্তৰ্গত মহাপুৰুষ শ্ৰীশ্ৰীহৰিদেৱে স্থাপিত অসমৰ আদি সত্ৰ বহৰি গাঁৱত। বাহিৰত চাকৰি কৰি থাকিলেও বছৰত দুবাৰ তিনিবাৰকৈ গাঁৱৰ ঘৰলৈ কেইদিন মানৰ কাৰণে আহিছিলোঁ। মইও সৰুৰে পৰাই এজন সমাজ কৰ্মী হিচাবে ঘৰলৈ আহিলে আমাৰ অঞ্চলটোৰ (বিশেষকৈ বৰ্ত্তমান বৰপেটা জিলাৰ নলবাৰী জিলাৰ) কোন নতুন নতুন সমাজ সেৱী ওলাইছে খা-খবৰ লৈছিলোঁ। তেতিয়াহে জানিব পাৰিছিলোঁ যে এজন ডেকা ডাক্তৰ নলবাৰী জিলাৰ শোলমাৰা অঞ্চলত ডাক্তৰী কৰা আৰম্ভ কৰিছে। মানুহজনৰ জন্মস্থান বেলশৰ গাওঁত। শুনিবলৈ পাইছিলো ডাঃ বৰ্মনে সেই অঞ্চলত প্ৰকৃত সমাজসেৱী ভাবত ডাক্তৰী কৰিছে — দুখীয়া দৰিদ্ৰৰ বাবে বিশেষ ভাবে আপ্লুত হৈ ৰাইজৰ প্ৰতি চিকিৎসা আগবঢ়াইছে - লগতে গাওঁ ভুঁইৰ উন্নয়নৰ কামতো মন দিছে।

তেতিয়া মানুহজনৰ প্ৰতি মোৰ শ্ৰদ্ধা ওপজিছিল - কিন্তু তেওঁক দেখাৰ সৌভাগ্য ঘটা নাছিল। মই জানিছিলো যে তেওঁ ১৯৬৩ চনত Assistant sergeon I হৈ চাকৰিত সোমাইছে।

হঠাৎ ১৯৬৭ চনত এদিন শুনিলোঁ যে শ্ৰীমান প্ৰফুল্ল গোস্বামীয়ে ডাঃ বৰ্মনক চাকৰিৰ পৰা পদত্যাগ কৰাই কংগ্ৰেছত যোগদান কৰালে আৰু ১৯৬৭ চনত আমাৰ বিধান সভা নিৰ্ব্বাচনত নলবাৰী পশ্চিম সমষ্টিৰ পৰা M.L A. উঠাই দিলে আৰু ডাঃ বৰ্মনে ইলেকচনত জয় লাভ কৰিলে। শ্ৰীমান প্ৰফুল্ল গোস্বামীৰ কংগ্ৰেছ মহলত তেতিয়া বেচ প্ৰাধান্যতা আছিল। শ্ৰীমান গোস্বামীৰো জীৱনত এটি ইতিহাস আছে - যিটো লিখাৰ লোভ সামৰিব নোৱাৰিলোঁ। তেওঁৰ সৰু ভায়েক শ্ৰীপ্ৰবোধ গোস্বামী কটন কলেজত মোৰ সহপাঠী চাৰিও বছৰৰ। প্ৰথম দুবছৰত শ্ৰীমান গোস্বামীক মই দেখা নাছিলোঁ। কিন্তু আমি 4th Year লৈ প্ৰমোচন পোৱাত দেখিলোঁ শ্ৰীমান প্ৰফুল্ল গোস্বামী 3rd Year ত নাম ভৰ্ত্তি কৰি কটন কলেজৰ Union secretary পদৰ বাবে ইলেকচনত উঠিল। মইয়ো 4th Year ৰ class representative হিচাবে ইলেকচনত উঠিলো। ইলেকচনত দুয়ো জিকিলোঁ। তেওঁৰ ভায়েক প্ৰবোধ মোৰ সহপাঠী। তেতিয়া হ'লে প্ৰফুল্ল আমাতকৈ কেনেকৈ junior হ'ল। সোধপোচ কৰি জানিব পাৰিছিলোঁ -- তেওঁ I A পাচ কৰি দুবছৰ প্ৰায় নিৰুদ্দেশ হৈ আছিল। ১৯৩৬ চনত ওলাই কটনত আকৌ 3rd Year ত নাম ভৰ্ত্তি কৰিলে-- শ্ৰীমান প্ৰফুল্ল গোস্বামী নামলৈ - Union secretary ৰ পদৰ বাবে ইলেকচনত উঠিল। তেতিয়া তেওঁৰ লগত প্ৰথম দেখা। সম্পূৰ্ণ কংগ্ৰেছী পোচাক, খদ্দৰৰ ধুঁতি পাঞ্জাবী- মূৰত গান্ধী টুপী। তেতিয়াৰ পৰাই তেওঁ কংগ্ৰেছৰ সক্ৰিয় সদস্য। তেতিয়াই তেওঁ কংগ্ৰেছ অনুষ্ঠানত এজন নেতা যেন হৈ উঠিছিল। ১৯৬৭ চনত তেওঁ এজন পূৰ্ণ পৰ্য্যায়ৰ কংগ্ৰেছ অনুষ্ঠানৰ নেতা। যেতিয়া শুনিলোঁ যে শ্ৰীমানে ডাঃ ভূমিধৰ বৰ্মনক চাকৰিৰ পৰা পদত্যাগ কৰাই M L.A ৰ ইলেকচনত উঠাই দিলে - তেতিয়া মোৰ এটা বিশ্বাস হৈছিল যে ডাঃ ভূমিধৰ বৰ্মন M L.A ৰ কাৰণে এজন উপযুক্ত লোক আৰু উক্ত পদটোৰ কাৰণে তেওঁৰ সকলো ধৰণৰ গুণ আছে আৰু সমাজ সেৱাত মনোনিবেশ কৰাৰ কাৰণে উপযুক্ত লোক।

কিন্তু তেতিয়া পৰ্য্যন্ত মানুহজনক দেখাৰ ইচ্ছা থাকিলেও তেওঁৰ লগত মোৰ দেখা সাক্ষাৎ হোৱা নাছিল। মই চাকৰিৰ পৰা অৱসৰ লৈ অহাৰ পিচত ১৯৭২

চনত ডাঃ বৰ্মন আকৌ উক্ত সমষ্টিৰ পৰাই ইলেকচনত M.L.A.ৰ কাৰণে কংগ্ৰেছৰ পৰা প্ৰতিদ্বন্দ্বিতা কৰি জয় লাভ কৰি আহিল আৰু শৰৎ সিংহ মন্ত্ৰীসভাত ৰাজ্যিক মন্ত্ৰী হৈ ৰাজহ বিভাগৰ ভাৰ ললে। তেতিয়া মই অৱসৰ হৈ আকৌ ওকালতি আৰম্ভ কৰিছোঁ। তেওঁ ৰাজহ বিভাগৰ ৰাজ্যিক মন্ত্ৰী হৈ থাকোতে গোৱালপাৰাৰ পৰা দুই চাৰি Revvenue Appeal মই গবৰ্ণমেন্টৰ ওচৰত কৰিছিলোঁ। ৰাজ্যিক মন্ত্ৰী ডাঃ বৰ্মনেই সেই appeal বোৰ শুনি হুকুম দিছিল। তেতিয়াহে মই ডাঃ ভূমিধৰ বৰ্মনক শ শৰীৰে দেখা পোৱাৰ সুযোগ পাইছিলোঁ। তেওঁ এজন চিকিৎসক কিন্তু স্বাস্থ্য বিভাগৰ মন্ত্ৰী নহৈ ৰাজহ বিভাগৰ মন্ত্ৰী হ'ল। তেওঁৰ ওচৰত Revenue appeal ৰ তৰ্ক কৰি মোঁৰ এটি ধাৰণা হৈছিল যে তেওঁ এজন অভিজ্ঞ লোক আৰু নিশ্চয় মন্ত্ৰীত্ব লোৱাৰ পিচতেই পঢ়ি শুনি তেওঁ ৰাজহ আইনত যথেষ্ঠ জ্ঞান আহৰণ কৰিছে। আৰু অনুভৱ কৰিছিলো যে তেওঁ এজন অতি ভদ্ৰ আৰু সাধু মানুহ। আৰু অনুভৱ হৈছিল তেওঁ দুৰ্নীতিৰ বাহিৰত আৰু এজন সমাজ সচেতন লোক। লাহে লাহে মোৰ মনত এনেকুৱা এটা ধাৰণা হৈছিল যে He is a man of simple living but high thinking কিন্তু তেওঁৰ লগত মোৰ কোনো দিনেই বন্ধুত্ব নাছিল - এতিয়াও নাই। কিন্তু তেওঁক মই আজিলৈ সন্মান আৰু শ্ৰদ্ধাৰ চকুৰেই চাঁও। তেওঁৰ ওচৰলৈ মোৰ কোনো দিনে অহা যোৱাও নাই — মই দূৰৰ পৰাই মানুহজনক জনাৰ সুবিধা লঁও।

আৰু এদিন তেওঁৰ লগত মোৰ দেখা সাক্ষাৎ হয় অতি ওচৰৰ পৰা। ১৯৭৬ চন। তেওঁ তেতিয়াও শৰৎ সিংহ মন্ত্ৰী সভাত ৰাজ্যিক মন্ত্ৰী। উত্তৰ পূৱ ভাৰত হৰিদেৱ সংঘৰ বাৰ্ষিক অধিবেশন হয় কাঁহ-পিতলৰ বাবে বিখ্যাত সৰ্থেবাৰী গাঁৱত। সভাপতি আছিল সংঘৰ সভাপতি গিৰিধৰ শৰ্ম্মা দেৱ- মুকলি অধিবেশনত। বিষয় বাচনি সভা বহিছিল সৰ্থেবাৰী হাইস্কুলত। তাতেই গিৰিধৰ শৰ্মাৰ দ্বাৰা ৰচিত "শ্ৰীশ্ৰীহৰিদেৱ চৰিত" খন উন্মোচন কৰিছিল বিশেষ ভাবে নিমন্ত্ৰিত ৰাজ্যিক মন্ত্ৰী ডাঃ ভূমিধৰ বৰ্মনে এটি অতি উন্নত ধৰণৰ কোনো ৰকমৰ গোৰামী নথকা ধৰ্মীয় ভাষণৰ পিচত। তেতিয়া মই সংঘৰ কোষাধ্যক্ষ আছিলোঁ- মোৰ লগতো তেওঁৰ অলপ কথা - বতৰা হৈছিল। তেতিয়া মই তেঁওৰ চাল-চলনৰ পৰা, কথা-বতৰাৰ পৰা, সভাত দিয়া ভাষণৰ পৰা, মোৰ এটা ধাৰণা হৈছিল যে মানুহজন সকলো ধৰ্মৰ প্ৰতি সমভাবাপন্ন, দুখীয়া দৰিদ্ৰৰ উন্নতিৰ

কাৰণে আকৃষ্ট আৰু সাধাৰণ ভাবে জীৱন ধাৰণ কৰাৰ প্ৰতি আগ্ৰহী। তেওঁৰ কাম কাজত কোনো দুৰ্নীতি নাই বুলি মোৰ এটি ধাৰণা হৈছিল।

১৯৭৭ চনৰ ইলেকচনৰ সময়ত জনতাপাৰ্টীৰ ঢৌ গোটেই ভাৰতবৰ্ষতে উঠাত অসমত কংগ্ৰেছ দলে সৰহ সংখ্যক M L.A. নাপালে আৰু সেইবাৰ ডাঃ বৰ্মন ইলেকচনত জয় লাভ কৰিব নোৱাৰিলে। ১৯৭৯ চনৰ পৰা ১৯৮৫ চনলৈ অসমৰ পৰা বিদেশী খেদা আন্দোলনত আন্দোলন১৯৮৩ চনত শীৰ্ষ স্থান পাইছিল? সেই চনত জেনেৰেল ইলেকচনত ছাত্ৰ সন্থাই ইলেকচন হোৱাৰ বিৰুদ্ধে আন্দোলন তীব্ৰতৰ কৰি তুলিছিল। সেই সময়তে ছাত্ৰ নেতা খৰ্গেশ্বৰ তালুকদাৰ প্ৰথম শ্বহীদ হয় - আৰক্ষীৰ ৰোষত পৰি। কংগ্ৰেছ অনুষ্ঠানে কিন্তু উক্ত ইলেকচনতো যোগ দিছিল আৰু ছাত্ৰ সন্থা আৰু অন্যান্য লোকৰ ৰোষত পৰিছিল। তেঁওৰ সমষ্টিত খুব কম লোকে ভোট দিছিল । কিন্তু ডাঃ বৰ্মনে তিনিশৰো কম ভোট পাই ইলেকচনত জিকিছিল আৰু হিতেশ্বৰ শইকীয়াৰ মন্ত্ৰী সভাত পূৰ্ণ পৰ্য্যায়ৰ মন্ত্ৰী হৈছিল আৰু স্বাস্থ্য বিষয়কে ধৰি কেবাটাও বিভাগৰ দায়িত্বত আছিল। আকৌ ১৯৯১ চনৰ ইলেকচনত তেওঁ অন্যান্য সংগঠনৰ পৰা প্ৰাণৰ ভাবুকি পোৱা স্বত্বেও বৰক্ষেত্ৰী সমষ্টিৰ পৰা ইলেকচনত জয় লাভ কৰি হিতেশ্বৰ শইকীয়াৰ মন্ত্ৰী সভাত প্ৰথমতে শিক্ষা পিছত স্বাস্থ্য, পঞ্চায়ত অসম চুক্তি ৰূপায়ন বিভাগকে ধৰি বিভিন্ন বিভাগৰ পূৰ্ণ পৰ্য্যায়ৰ মন্ত্ৰীত্বৰ দায়িত্ব লৈছিল আৰু হিতেশ্বৰ শইকীয়াৰ মৃত্যুৰ পিচত মুখ্য মন্ত্ৰীৰ দাযিত্বও আছিল কিছুদিনৰ কাৰণে।

অগপ বিধায়ক শ্ৰীনগেন শৰ্মাৰ মৃত্যুত নলবাৰী সমষ্টিৰ উপ নিৰ্ব্বাচনত ডাঃ ভূমিধৰ বৰ্মনে আকৌ কংগ্ৰেছ টিকটত ইলেকচনত উঠিছিল। কিন্তু দলৰে বহুজনে বিৰোধিতা কৰা কাৰণে আৰু সহানুভুতিতাত নগেন শৰ্মাৰ ঘৈণীয়েকে কিছু ভোট পোৱাত ডাঃ বৰ্মনে পৰাজয় বৰণ কৰে যদিও নলবাৰী সদৰত কংগ্ৰেছ দলৰ ইতিহাসত পোণ প্ৰথমবাৰৰ বাবে ডাঃ বৰ্মনৰ জৰিয়তে ৩৩ হেজাৰৰো অধিক ভোট লাভ কৰাটো এক উল্লেখযোগ্য ঘটনা।

ভোট পৰ্ব ৰাজনীতিৰ খেল। তাৰোপৰি আজিকালি দুৰ্নীতিৰ যুগত, দলৰ বিভিন্নজনৰ খোৱা কামোৰাত নিষ্ঠাত থকা লোক ৰাজনীতিৰ পৰা আঁতৰি আহিব লগা হৈছে। এনে অৱস্থাতো সৌ ১৯৬৬ চনত শ্ৰীমান প্ৰফুল্ল গোস্বামীৰ ইচ্ছাত বা নিৰ্দ্দেশত ভাৰতৰ জাতীয় কংগ্ৰেছৰ সদস্য হৈ শেষলৈ নানা ধৰণৰ জীৱনৰ প্ৰতি ভাবুকি পোৱা স্বতেও দুৰ্নীতিৰ বাহিৰত থাকি দেশৰ প্ৰতি সেৱা, সৰ্বসাধাৰণ

ৰাইজৰ প্ৰতি সেৱাত ব্ৰতী হৈ থকা যেন লাগে ডাঃ বৰ্মনক। ১৯৮৩ চনৰ ভোট পৰ্বৰ পিচত বহুবাৰ তেওঁৰ জীৱন নাশৰ চেষ্টা চলিছিল। তথাপি কংগ্ৰেছ সদস্য হিচাবে কংগ্ৰেছ প্ৰকৃত নীতিত নিষ্ঠাৰে থাকি সদায়ে ৰাইজৰ প্ৰতি তথা দেশৰ প্ৰতি সেৱা আগবঢ়াবলৈ ক্ৰটি নকৰা যেন লাগে।

তেওঁ বিভিন্ন সময়ত অসম কংগ্ৰেছৰ বিভিন্ন পদবীত অধিষ্ঠিত হৈছিল। অসম প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ দুবাৰো উপ সভাপতি নিৰ্ব্বাচিত হৈছিল আৰু নিষ্ঠাৰে কৰ্মৰত হৈ থকা বুলি ধাৰণা হয়। তেওঁ এজন প্ৰকৃত সমাজকৰ্মী বুলি মোৰ ধাৰণা হয়। তেওঁ এজন ধৰ্মৰ প্ৰতি আস্থা থকা মানুহ। সকলো প্ৰকাৰ ধৰ্মৰ প্ৰতি তেওঁৰ সমভাব দেখা যায়। ধৰ্মৰ কথাত তেওঁৰ কোনো গোড়ামি নাই। স্বাধীনতাৰ পিচৰ পৰাই কংগ্ৰেছৰ বহু নেতাই ত্যাগ বাদ দি ভোগৰ ফালে মন মেলিলে। এই বিলাক দেখি শুনি বহু কংগ্ৰেছ কৰ্মী দল সলালে - বহু কৰ্মীয়ে ৰাজনীতিকেই বাদ দিলে। ৰাইজে দেখিছে আগৰ কংগ্ৰেছ আৰু কংগ্ৰেছী নেতাসকল কি আছিল আৰু এতিয়া কি হ'ল। বৰ্তমান কংগ্ৰেছৰ সদস্য আনকি শীৰ্ষ স্থানীয় নেতাবোৰলৈ আদালতৰ পৰা Cheating, bribary, corruption আদি কেচত চমন, নোটিশ, ৱাৰেন্ট আহিব ধৰিলে। কিছুমানে জেলৰ ভাতো খাব লগীয়া হৈছে। কংগ্ৰেছৰ প্ৰধান মন্ত্ৰী, মন্ত্ৰীও ইয়াৰ পৰা বাদ পৰা নাই। দেশৰ এনেকুৱা পৰিস্থিতিতো ডাঃ ভূমিধৰ বৰ্মনৰ নিষ্ঠাগত কৰ্মত সদায়ে ব্ৰতী হৈ থকা দেখি তেওঁৰ প্ৰতি মোৰ শ্ৰদ্ধা জ্ঞাপন কৰিছোঁ।

ডাঃ বৰ্মন বয়সত মোতকৈ প্ৰায় কুৰি বছৰ সৰু। তেওঁ মোৰ আত্মীয়ও নহয়, বন্ধুও নহয়, সহকৰ্মীও নহয়। তেওঁৰ লগত মোৰ কোনো ধৰণৰ লেনা-দেনা নাই - কোনো দিন মই তেওঁক কোনো ব্যক্তিহত কামত লগ ধৰিবলৈ যোৱা নাই। তেওঁৰ কাম-কাজ, চলন-ফিৰন, চাৰিত্ৰিক দিশ, কৰ্মত নিষ্ঠা, সাহসিকতা, কৰ্ত্তব্যৰ প্ৰতি আস্থা আদি দেখি শুনিহে তেওঁৰ জীৱন আৰু কৃতী সম্বলিত গ্ৰন্থখনত দুষাৰ লিখিবলৈ প্ৰয়াস কৰিলোঁ। মই লিখক বা সাহিত্যিক নহয় - সেয়েহে মোৰ এই লিখনিটো বহুতৰে মনঃ পুতঃ নহব পাৰে। তাৰ বাবে ক্ষমা মাগিলোঁ। লগতে ডাঃ বৰ্মনদেৱৰ সু-স্বাস্থ্য আৰু দীৰ্ঘায়ু কামনা কৰিলোঁ। *

---

লিখক এগৰাকী গুৱাহাটী উচ্চ ন্যায়ালয়ৰ জেষ্ঠ এডভোকেট, অৱসৰ প্ৰাপ্ত জিলা ন্যায়াধীশ, স্বাধীনতা সংগ্ৰামৰ মুক্তি যুজাৰু, শিক্ষাবিদ আৰু আজীৱন সমাজ কৰ্মী।

# বৰক্ষেত্ৰীত কামৰ লেখেৰে কামৰ মানুহ ডাঃ ভূমিধৰ বৰ্মন

শ্ৰীঅনিল কুমাৰ কাকতি

এনে এটা সময়ত পশ্চিম নলবাৰী অঞ্চলৰ বেলশৰ গাওঁৰ ডাঃ ভূমিধৰ বৰ্মন বিধায়ক - মন্ত্ৰী হিচাপে নহয় বৰক্ষেত্ৰী অঞ্চলৰ বিশেষকৈ উত্তৰ বৰক্ষেত্ৰী আৰু পশ্চিম বৰক্ষেত্ৰীৰ কিছু অংশ লোকৰ মাজত জনপ্ৰিয় নিৰ্ভৰযোগ্য চিকিৎসক আছিল। বেমাৰ আজাৰত তেখেতৰ চিকিৎসাৰ বাহিৰে আন চিকিৎসক কবিৰাজৰ চিকিৎসা নলৈছিল। এনেকুৱা কিছুমান ৰোগী আছিল যেন ডাঃ বৰ্মনৰ চিকিৎসা আৰু ঔষধ ব্যৱহাৰ কৰিহে মৃত্যুক সাবটি ল'ব। মানে চিকিৎসক হিচাপে তেখেতৰ ওপৰত বিৰল বিশ্বাস আছিল। অকল চিকিৎসাই নহয়, দুখীয়া-গৰীব ৰোগীসকলে বিনা মাছুল, ঔষধ, পথ্য আদিৰ বাবে বৈ আছিল (- যেন সৃষ্টি কৰ্ত্তাই পঠাই দিছে) ডাঃ ভূমিধৰ বৰ্মনলৈ।

(১৯৬৭-৭২) এনে মানৱ দৰদী ডাঃ বৰ্মনে এদিন বিপুল ৰাইজৰ দাবীক ১মবাৰৰ বাবে সেই সময়ৰ পশ্চিম নলবাৰী সমষ্টিৰ পৰা যেন নিজৰ জীৱনৰ লক্ষ্য (ৰাজনীতি) পূৰণ কৰাৰ বাবে নিৰ্ব্বাচন খেলি (১৯৬৭ চনত) অসম বিধান সভাৰ কংগ্ৰেছ প্ৰাৰ্থী হিচাপে নিৰ্ব্বাচিত হৈছিল। বৰক্ষেত্ৰী অঞ্চলৰ উত্তৰ বৰক্ষেত্ৰী মৌজাখন সেই সময়ত পশ্চিম নলবাৰী সমষ্টিৰ অন্তৰ্গত আছিল। সুযোগ্য ব্যক্তি ৰাইজৰ প্ৰতিনিধি। সেযেহে মৌজাখনৰ সৰ্ব্বাঙ্গীন উন্নয়নৰ দিন সমাগত। ৰাইজৰ লগত আলোচনা-বিলোচনা কৰি ৰাস্তা-ঘাট, বিদ্যালয় নিৰ্মাণ আদি বিভিন্ন আঁচনি লয়। বিশেষকৈ বৰ 'দ' ঠাই উত্তৰ বৰক্ষেত্ৰীখনৰ ৰাস্তা-ঘাট 'Test Relief' যোগেদি নিৰ্মাণ কৰি কামৰ চানেকি ৰাখে।

(১৯৭২-৭৭) পুনৰ ১৯৭২ চনৰ নিৰ্ব্বাচনত পশ্চিম নলবাৰী সমষ্টিৰ পৰা নিৰ্ব্বাচিত হৈ অসমৰ ৰাজ্যিক ৰাজহ মন্ত্ৰী হৈ ব্ৰহ্মপুত্ৰ নদীৰ প্ৰবল গৰাখহনীয়াত আক্ৰান্ত আৰু সৰ্ব্বস্বান্ত হোৱা পূব-বৰক্ষেত্ৰী মৌজাৰ ঘোলৰপাৰ, লাউপাৰা, নোৱাপাৰা আদি গাওঁৰ লোকক ভাঙনামাৰী চৰ, নাৰায়ণপুৰ, কালদি, লোহাৰকাঠা

আদি গোপাচাৰত ক্ষিপ্ৰগতিত পুনৰ সংস্থাপনৰ ব্যৱস্থা কৰি দি মহৎ কল্যাণ সাধন কৰে।

পশ্চিম নলবাৰী সমষ্টিৰ বিধায়ক ডাঃ ভূমিধৰ বৰ্মনে (১৯৬৭ -৭৭) উত্তৰ বৰক্ষেত্ৰী মৌজাৰ বাবে সুদীৰ্ঘ ১০ (দহ) বছৰ সপ্তাহ, পষেকে বৰক্ষেত্ৰী উন্নয়ন খণ্ড, ৰাজহ চক্ৰৰ সদৰ মুকালমুৱা কাৰ্য্যালয়লৈ আহি উন্নয়নৰ বাবে আলোচনা বুজ লৈছিল। সেই সুবাদতে সমগ্ৰ বৰক্ষেত্ৰী অঞ্চলতে উন্নয়নৰ ৰেঙনি পৰিছিল। আনকি সেই সময়ত ৰাজনৈতিক ভাবে খণ্ডিত বৰক্ষেত্ৰী অঞ্চল (হাজো, পশ্চিম নলবাৰী আৰু চেঙা) ৰ ৰাইজে বিধায়ক হিচাপে ডাঃ ভূমিধৰ বৰ্মনক ভাবিছিল। চাৰি বৰক্ষেত্ৰীৰ বাহিৰেও পকোৱা আৰু বাঁহজানী মৌজাৰ কিছু অংশক গাওঁ লৈ গঠন হোৱা পূৰ্ণ পৰ্য্যায়ৰ মুকালমুৱা আৰক্ষী থানা উদ্বোধন (১ জানুৱাৰী,১৯৭৭) ত আগভাগ লৈছিল।

(১৯৮৩-৮৫)১৯৮৩ চনত ধৰ্মপুৰ বিধান সভা সমষ্টিৰ পৰা নিৰ্ব্বাচিত হৈ হিতেশ্বৰ শইকীয়াৰ নেতৃত্বাধীন কং(ই) মন্ত্ৰী সভাত স্বাস্থ্য আৰু পৰিয়াল কল্যাণ দপ্তৰৰ কেবিনেট মন্ত্ৰী হয়। সেই সময়ছোৱাতো বৰক্ষেত্ৰী সমষ্টিৰ বহুতক চৰকাৰী নিযুক্তি, সংস্থাপন, অন্যান্য সা-সুবিধা কৰি দিছিল।

(১৯৮৫-৯০)১৯৮৫ চনৰ শেষ ভাগৰ পৰা ১৯৯০ চনৰ শেষ ভাগলৈ বৰক্ষেত্ৰী অঞ্চলৰ লোকে পুনৰ সুচিকিৎসক, গৰীবৰ বন্ধু ডাঃ ভূমিধৰ বৰ্মনৰ পৰা পুনৰ বিশেষ চিকিৎসা সেৱা লাভ কৰি বাৰুকৈ উপকৃত হয়।

(১৯৯১-৯৬) নলবাৰী প্ৰশাসনীয় জিলাৰ জন্মদাতা (১৯৮৫,১৪ আগষ্ট) পিতৃস্বৰূপ, পশ্চিম নলবাৰী অঞ্চলৰ উন্নয়নৰ ভেঁটি নিৰ্মাণ কৰোতা, সুবৃহৎ বৰক্ষেত্ৰী অঞ্চলক হাড়ে - হিমজুৱে অনুভৱ - উপলব্ধি কৰিব পৰা, নাড়ী-নক্ষত্ৰ জ্ঞাত, বিহংগম দৃষ্টিত চাব পৰা ডাঃ ভূমিধৰ বৰ্মনে আগৰ পশ্চিম নলবাৰী- ধৰ্মপুৰ সমষ্টি বাদ দি ভাৰতীয় জাতীয় কং(ই)ৰ মনোনয়ন ( ১৯৯১ চন) ত অসম বিধান সভাৰ অধ্যক্ষ, নতুন অসম গণ পৰিষদৰ সভাপতি, বিধায়ক (১৯৮৫-১৯৯০) শ্ৰী পুলকেশ বৰুৱাক পৰাস্ত কৰি ৬০নং বৰক্ষেত্ৰী বিধান সভা সমষ্টিৰ বিধায়ক হিচাপে নিৰ্ব্বাচিত হয়। প্ৰথমে শিক্ষামন্ত্ৰী, তাৰ পিচত স্বাস্থ্য ও পৰিয়াল কল্যাণ মন্ত্ৰী, পঞ্চায়ত, অসম চুক্তি ৰূপায়ন মন্ত্ৰী আৰু অৱশেষত হিতেশ্বৰ

শইকীয়াৰ বিয়োগত অসমৰ মুখ্যমন্ত্ৰী পদত (২২ এপ্ৰিল--১৪ মে,১৯৯৬) অধিষ্ঠিত হয়।

**ডাঃ বৰ্মনৰ প্ৰচেষ্টা আৰু তৎপৰতাত**

**বৰক্ষেত্ৰী সমষ্টিত পাঁচ বছৰীয়া সাফল্য সমূহৰ ৰূপৰেখা (১৯৯১-১৯৯৬)ঃ**

১৯৯১-৯২ ইং চনৰ পৰা ১৯৯৫-৯৬ ইং চনলৈ ৬০ নং বৰক্ষেত্ৰী সমষ্টি তথা বৰক্ষেত্ৰী অঞ্চলৰ আৰ্থ-সামাজিক দিশৰ উন্নয়ন স্বাধীনতাৰ ৫০ বছৰৰ ভিতৰত সবাতোকৈ উল্লেখযোগ্য সময় হিচাপে চিৰ স্মৰণীয় হৈ ৰৈছে। সেয়েহে এই সময়ছোৱা হ'ল বৰক্ষেত্ৰীৰ বাবে 'সাফল্যৰ ঐতিহাসিক পাঁচ বছৰ'। এই ক্ষেত্ৰত সেই সময়ৰ বিধায়ক, উপযুক্ত জন প্ৰতিনিধি, কামৰ মানুহ ডাঃ ভূমিধৰ বৰ্মনৰ তৎপৰতা, ভূমিকা অতি প্ৰশংসনীয়। বৰক্ষেত্ৰী সমষ্টিত পাঁচ বছৰীয়া সাফল্য সমূহৰ ৰূপৰেখা চমুকৈ এনে ধৰণৰ--- শিক্ষা বিভাগত ঃ ৰাষ্ট্ৰীয় শিক্ষানীতিৰ আধাৰত কেন্দ্ৰীয় চৰকাৰৰ মানৱ সম্পদ বিকাশ মন্ত্ৰনালয়ৰ নলবাৰী জিলাৰ জৱাহৰ নবোদয় বিদ্যালয়, মুকালমুৱা কালদি ৰিজাৰ্ভত আধাৰশিলা স্থাপন (১৯৯৪,১০ এপ্ৰিল) আৰু বৰতলাৰ নিয়োগ উদ্ভাৱন আঁচনিৰ চৌহদত পাঠ্যক্ৰম আৰম্ভ (১৯৯৫)। চাৰি বৰক্ষেত্ৰীৰ পেৰাধৰা উচ্চ মাঃ বিঃ আৰু চৰ আঞ্চলিক উচ্চ মাঃ বি, বৰভাগৰ মৰোৱাৰ আনন্দৰাম বৰুৱা, কৰিযা উচ্চ মাঃ বিদ্যালয় আদিক উচ্চতৰ মাঃ বিঃ লৈ উন্নীতকৰণ। মুগ্দি মিলন উচ্চতৰ মাঃ বিঃ ত বৃত্তিমূলক পাঠ্যক্ৰম (Vocational Stream) প্ৰৱৰ্ত্তন, মুকালমুৱাৰ ৰঘুনাথ চৌধাৰী উচ্চতৰ মাঃ বিঃ ত বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ বিদ্যালয় বিজ্ঞান কেন্দ্ৰ (School Sciences centre) স্থাপন আৰু লগতে বৰিদতৰাৰ বি. আৰ. মেধি উঃ মাঃ বি, উচ্চতৰ মাধ্যমিক বিদ্যালয়লৈ উন্নীতকৰণ। চৰকাৰী নিয়মানুযায়ী প্ৰাথমিক বিদ্যালয় (L.P.School) প্ৰাদেশীকৰণ ৩০খনতকৈ অধিক, মধ্য ইংৰাজী বিদ্যালয় (M.E. School)/ এম্ ই মাদ্ৰাছা (M.E.M)১০ খনতকৈ অধিক, উচ্চ মাধ্যমিক বিদ্যালয় (High School) বৰক্ষেত্ৰী-বৰভাগত বহু কেইখন প্ৰাদেশীকৰণ কৰা হয়। তাৰে ভিতৰত উত্তৰ বৰক্ষেত্ৰীৰ উচ্চ মাঃ বিঃ বিহীন (প্ৰাদেশীকৰণ) লক্ষ্মীনাথ বেজবৰুৱা, নাৰুৱা; কালদি গোপালথান, বৰ্ণিবাৰী মিলন হাইস্কুল আৰু বৰক্ষেত্ৰীৰ চৰৰ ভিতৰত প্ৰথমখন প্ৰাদেশীকৰণ চৰ আঞ্চলিক হাইস্কুল ইত্যাদি।

বৰভাগৰ কটপুহা - উলাবড়ী ৰিজাৰ্ভত নলবাৰী জিলা শিক্ষণ প্ৰশিক্ষণ প্ৰতিষ্ঠান (DIET) ৰ আধাৰশিলা স্থাপন। বামুনবড়ীৰ শ্বহীদ সৌৱৰণী মহাবিদ্যালয় আৰু মুকালমুৱাৰ বৰক্ষেত্ৰী মহাবিদ্যালয়ৰ উচ্চতৰ মাধ্যমিক শাখাক কণিষ্ঠ মহাবিদ্যালয় (Junior College) হিচাপে প্ৰাদেশীকৰণৰ ব্যৱস্থা। মুখ্যমন্ত্ৰীৰ পুঁজিৰ পৰা বৰক্ষেত্ৰী মহাবিদ্যালয়লৈ ৩ (তিনি) লাখ টকাৰ অনুদান আদায় আৰু ভালেকেইখন প্ৰাথমিক, মধ্য ইংৰাজী, উচ্চ মাঃ বিদ্যালয়লৈ বিধায়ক, সাংসদৰ উন্নয়ন পুঁজিৰ পৰা গৃহ নিৰ্মাণৰ অনুদান আগবঢ়োৱা হয়। বৰক্ষেত্ৰীৰ কালাৰচৰত হাইস্কুল শিক্ষান্ত কেন্দ্ৰ স্থাপন উল্লেখযোগ্য সাফল্য আছিল।

চিকিৎসা ও স্বাস্থ্য বিভাগত ঃ বৰক্ষেত্ৰীৰ প্ৰাণকেন্দ্ৰ ও প্ৰধান স্থল মুকালমুৱা প্ৰাঃ স্বাঃ কেন্দ্ৰক ৩০ (ত্ৰিশ) খন বিছনাযুক্ত চিকিৎসালয়লৈ ৰূপান্তৰিত আৰু সমূহীয়া স্বাস্থ্য কেন্দ্ৰ (C.H.C) ঘোষণা, এম্বুলেঞ্চ সেৱা প্ৰৱৰ্ত্তন, ভাঙনামাৰী চৰত ৩০ (ত্ৰিশ) খন বিচনাযুক্ত চিকিৎসালয়ৰ আধাৰশিলা স্থাপন আৰু কাম আৰম্ভ। দৌলাশাল, নাৰুৱা, কুৰিহামাৰী চৰত নৱ-নিৰ্মিত স্বাস্থ্য কেন্দ্ৰৰ দ্বাৰ মুকলি। পূৱ বৰক্ষেত্ৰী মৌজাত প্ৰাঃ স্বাঃ কেন্দ্ৰ। ৰাজ্যিক চিকিৎসালয় বিহীন অঞ্চলটোৰ লাউতোলা আৰু আদাবাৰীত প্ৰাথমিক স্বাঃ কেন্দ্ৰৰ আধাৰশিলা স্থাপন আৰু কাম আৰম্ভ। লোহাৰ কোঠা প্ৰাথমিক স্বাঃ কেন্দ্ৰৰ আধাৰশিলা স্থাপন আৰু চৰৰ চিকিৎসা সেৱাৰ বাবে ব্ৰহ্মপুত্ৰ নদীৰ মাজৰ ভ্ৰাম্যমান চিকিৎসালয় (Mobiles Hospital) ৰ সেৱা প্ৰৱৰ্ত্তন লেখত লবলগীয়া। কেইবাবাৰো বিনামূলীয়া চিকিৎসা আৰু স্বাস্থ্য সেৱা শিৱিৰ, মাছাৰ সৌজন্যত ৪ বাৰ চকু চিকিৎসা আৰু অস্ত্ৰোপচাৰ, দন্ত চিকিৎসা শিৱিৰ অনুষ্ঠিত কৰা হয়।

যাতায়ত আৰু যোগাযোগ ব্যৱস্থাঃ ব্ৰহ্মপুত্ৰ নদীৰ মাজৰ চৰ সমূহৰ যাতায়ত আৰু যোগাযোগ ব্যৱস্থা ক্ষিপ্ৰ গতিত কৰি তোলাৰ বাবে মুকালমুৱাৰ বাহিৰেও লাৰকুছি, মাজৰচৰ, কালাৰচৰ আৰু আদাবাৰী,শিয়ালমাৰী, কুৰিহামাৰী চৰৰ মাজত আভ্যন্তৰীণ জল পৰিবহন বিভাগৰ ২টা নতুন ফেৰী সেৱা প্ৰৱৰ্ত্তন, শাখা কাৰ্য্যালয় স্থাপন কৰা হয়। জিলাৰ সদৰ নলবাৰীলৈ যাতায়তৰ বাবে মুকালমুৱা, জাগাৰা পথ পকীকৰণৰ ব্যৱস্থা। শনিৰোডৰ পৰা (উত্তৰে) কিছু পকীকৰণ কাম আৰম্ভ। বৰক্ষেত্ৰী আৰু বৰভাগ অঞ্চলৰ দূৰ সংযোগ ব্যৱস্থাৰ বাবে 'ইলেকট্ৰনিক টেলিফোন এক্সেঞ্জ' সেৱাৰ সুবিধা প্ৰদান। বৰলীয়া জানৰ পকী দলঙৰ কাম

আৰম্ভ। বৰভাগৰ উলাবড়ী ঘাটত পাগলাদিয়া নদীৰ ওপৰত পকী দলংৰ কাম আৰম্ভ কৰি বহুদিনীয়া দাবীৰ বাস্তৱত ৰূপায়িত কৰে । মুকালমুৱাত অসম ৰাজ্যিক পৰিবহন নিগম (ASTC) ৰ আস্থান স্থাপনৰ বাবে মাটি আৱন্টনৰ ব্যৱস্থা। আদাবাৰীত পাগলাদিয়া নদীৰ ওপৰত পকী দলং আৰু বৰপেটা-দৌলাশাল-মুকালমুৱা-হাজো ৰোডক ৰাষ্ট্ৰীয় পথৰ বিকল্প পথ হিচাপে কৰাৰ গুৰুত্ব প্ৰচেষ্টা চলাইছিল।

**কাৰ্য্যালয় স্থাপন-নিৰ্মাণ, বিভিন্ন আঁচনি ইত্যাদি** ঃ- মুকালমুৱা গড়কাপ্তানি (গৃহ) উপ-সংমণ্ডল স্থাপন আৰু কাম-কাজ আৰম্ভ। গড়কাপ্তানি বিভাগৰ 'পৰিদৰ্শন ভৱন (Bunglow)' স্থাপন -- মুকালমুৱা, ভাঙনামাৰী চৰ, কমাৰকুছি (বৰভাগ) আৰু আদাবাৰী (নিৰ্মীয়মান অৱস্থা)ত। মুকালমুৱাৰ জলসিঞ্চন বিভাগৰ 'জিৰণি-চ'ৰা' বহু বছৰ (স্থাপনৰ) পিচত সম্প্ৰসাৰণ আৰু ৰামপুৰত গ্ৰামীণ বিকাশ অভিকৰণৰ দ্বাৰা 'সমূহীয়া ভৱন' নিৰ্মাণ। বৰক্ষেত্ৰী উন্নয়ন খণ্ডৰ 'মুকালমুৱা মিনি ষ্টেডিয়ামৰ নিৰ্মাণ আৰু মুকালমুৱা আঞ্চলিক ক্ৰীড়া সন্থা (মাছা - প্ৰস্তাৱিত মুকালমুৱা মহকুমা ক্ৰীডা সন্থা)ৰ গৃহ নিৰ্মাণ। মুকালমুৱাত সামাজিক বনানীকৰণৰ আৰু ভূমি সংৰক্ষণ বিভাগৰ আঞ্চলিক বিষয়াৰ কাৰ্য্যালয় স্থাপন। মুকালমুৱাক কৃষি মহকুমা ঘোষণা (বৰ্ত্তমান-বৰক্ষেত্ৰী নামাকৰণ) আৰু বৰতলাত কাম-কাজ আৰম্ভ। অসম ৰাজ্যিক সমবায় কৃষি আৰু গ্ৰামীন বিকাশ বেংক লিঃ (ASCARD) ৰ মুকালমুৱা শাখা মুকলি আৰু কেইবালাখ টকাৰ ঋণ বিতৰণ কৰা হয়। মুকালমুৱাত ষ্টেটফেড্ৰ "শ্বপিং কৰ্ণাৰ' ৰামপুৰ, মুগ্দি আৰু বৰ্ণিবাৰীত খুচুৰা বিক্ৰী কেন্দ্ৰ মুকলি। মুকালমুৱাত 'অভিৰুচি' আৰু আৰ্টফেডৰ 'জাগৰণ' বিক্ৰী কেন্দ্ৰ ৰাইজৰ সেৱাৰ বাবে মুকলি কৰা হয়।

কেন্দ্ৰীয় চৰকাৰৰ জল সম্পদ মন্ত্ৰণালয়ৰ অনুমোদিত 'মুকালমুৱা-হাউলীঘাট' স্থায়ী গৰাখহনীয়া প্ৰতিৰোধ আঁচনি আৰু বান নিয়ন্ত্ৰণ বিভাগৰ অধীক্ষক অভিযন্তা (Supld. Engineer) ৰ মুকলিমুৱা প্ৰতিৰোধ চক্ৰ (Mukalmuwa Protection Circle) ৰ কাৰ্য্যালয় আনুষ্ঠানিকভাৱে (১৯৯৫, ফেব্ৰুৱাৰীত)মুকলি কৰে। বৰক্ষেত্ৰীৰ চৰত 'চৰ জ্বীপ কেন্দ্ৰ' তদান্তীন্তন মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াৰ দ্বাৰা উদ্বোধন, চৰ উন্নয়ন কৰ্তৃপক্ষৰ দ্বাৰা বিভিন্ন কাৰ্য্যসূচী আৰু আঁচনিৰ সফল ৰূপায়ণ।

বৰভাগৰ কটপুহা ৰিজাৰ্ভত উত্তৰ পূৰ্ব্বাঞ্চলৰ প্ৰথমটো 'চিত্ৰনলা উদ্যোগ' স্থাপন। দূৰ-দূৰণিৰ পৰা অহা যাত্ৰীসকলৰ সুবিধাৰ্থে আদাবাৰীৰ দেওবাহৰগুৰি দেৱালত 'যাত্ৰীৰ জিৰণি চৰা', ভালেকেইখন ৰাজহুৱা খেল পথাৰ, খোলা, সংঘৰ উন্নয়নৰ কাম সদায় লেখত লবলগীয়া।

বৰভাগ উন্নয়ন খণ্ডক 'সংহত শিশু বিকাশ প্ৰকল্প (ICDS)'ত অন্তৰ্ভুক্তকৰণৰ প্ৰস্তাৱ। মুকালমুৱাক নলবাৰী জিলাৰ প্ৰশাসনীয় মহকুমা হিচাপে ঘোষণা কৰাৰ বাবে সেই সময়ৰ মুখ্যমন্ত্ৰী কৰ্মশ্ৰী হিতেশ্বৰ শইকীয়াৰ দ্বাৰা যাৱতীয় ব্যৱস্থা গ্ৰহণ লগতে মহকুমাৰ দাবী জোৰদাৰ কৰাৰ বাবে মুকালমুৱাত অসম চৰকাৰৰ বিভিন্ন বিভাগৰ - জনস্বাস্থ্য কাৰিকৰী (P. H.E), জলসিঞ্চন, বৈদ্যুতিক আদিৰ মহকুমা পৰ্য্যায়ৰ উপ সংমণ্ডল কাৰ্য্যালয় স্থাপনৰ বাবে জনোৱা প্ৰস্তাৱ বিত্তীয় বিভাগৰ অনুমোদনৰ অপেক্ষাৰ তালিকাত আছিল।

গ্ৰাম্য উন্নয়নৰ বৈপ্লৱিক আঁচনি সমূহ ঃ— গ্ৰামাঞ্চলৰ উন্নয়ন প্ৰক্ৰিয়াক অভূতপূৰ্ব্বভাৱে ত্বৰান্বিত কৰাৰ বাবে বৰক্ষেত্ৰী সমষ্টিৰ দুয়োটা উন্নয়নখণ্ড- বৰক্ষেত্ৰী আৰু বৰভাগক 'নিশ্চিত নিয়োগ আঁচনি(Employment Assurance Scheme) ত অন্তৰ্ভুক্তকৰণ কৰা হৈছিল। গ্ৰামীন বিকাশ অভিকৰণৰ আঁচনি বিভিন্ন উন্নয়নমূলক আঁচনিৰে ৰূপায়ণ কৰিছিল। এই ক্ষেত্ৰত বৰক্ষেত্ৰী উন্নযনখণ্ডৰ ভূমিকা অতি প্ৰশংসনীয়। ৫ বছৰত দৰিদ্ৰ সীমা ৰেখাৰ তলত বসবাস কৰা লোকক বিভিন্ন উন্নয়নমূলক আঁচনিত নিয়োজিত কৰি আৰ্থিক সকাহ দিয়াৰ লগতে ৰাজহুৱা সম্পদ সৃষ্টি কৰি কৃষি উৎপাদন বৃদ্ধি, মীন উন্নয়ন, ব্যৱসায় কেন্দ্ৰ স্থাপন, আৰু সৰ্ব্বাঙ্গীন উন্নয়নৰ বাবে গুৰুত্ব আৰোপ কৰিছিল। চৰকাৰী ভাবে প্ৰধানকৈ দৰিদ্ৰতা দূৰীকৰণৰ বাবে কাৰ্য্যকৰী কৰা উন্নয়নমূলক আঁচনিসমূহ হ'ল ঃ (ক) সমন্বিত গ্ৰামীন বিকাশ কাৰ্যসূচী(I.R.D.P), (খ) গ্ৰামাঞ্চলৰ যুৱক-যুৱতীৰ বিশেষ প্ৰশিক্ষন (ট্ৰাইচেম), (গ) ইন্দিৰা আবাস যোজনা (I.A.Y), (ঘ) জৱাহৰ ৰোজগাৰ যোজনা (J.R.Y), (ঙ) কৃষি ক্ষেত্ৰত সেউজ বিপ্লৱৰ বাবে (নিযুত কুঁৱা আঁচনি), (চ) মহিলা আৰু শিশু বিকাশ আঁচনি, (ছ) গাওঁ পঞ্চায়ত কাৰ্য্যালয় ভৱন নিৰ্মান, বজাৰ গৃহ নিৰ্মাণ— মুকালমুৱা, আদাবাৰী, ৰামপুৰ, ভেবলাবড়ো চ'ক, নাওবাজচৰ (ভাঙনমাৰী), বৰভাগ আদিত, (জ) বহু কেইখন

প্ৰাথমিক বিদ্যালয়ৰ ঘৰ নিৰ্মাণ, (ঝ) কেইবাটাও হস্ত-তাঁত বস্ত্ৰ বিকাশ কেন্দ্ৰ মুকলি, (ঞ) পৰ্য্যাপ্ত পৰিমানৰ খোৱা পানী যোগান ধৰাৰ বাবে - নলী-নাদৰ ব্যৱস্থা, (ট) পুখুৰী খান্দা, (ঠ) দু-টকীয়া চাউল (দৰিদ্ৰ সীমাৰেখাৰ তলত থকা লোকসকলৰ বাবে) ইত্যাদি ......।

ইয়াৰোপৰি উক্ত সময়ছোৱাত চৰকাৰৰ শিক্ষা, স্বাস্থ্য, পঞ্চায়ত, গৃহ বিভাগ আদিত আৰ্থিকভাৱে পিচপৰা, অৱহেলিত, মেধাসম্পন্ন অভিলেখ সংখ্যক নিবনুৱা যুৱক-যুৱতীয়ে নিযুক্তি লাভ কৰাৰ লগতে জিলা উদ্যোগ কেন্দ্ৰৰ জৰিয়তে ঋণ লাভ কৰাৰ ফলত বহু সংখ্যক নিবনুৱা সঁচাকৈয়ে উপকৃত হৈছিল।

ইমানৰ পিচতো ১৯৯৬ চনৰ সাধাৰণ নিৰ্ব্বাচনত চলে-বলে-কৌশলে প্ৰতিদ্বন্দীয়ে পৰাস্ত কৰিলেও নৈতিকভাৱে পৰাজয় বৰণ কৰা নাছিল। কাৰণ ১৯৯১ চনৰ নিৰ্ব্বাচনতকৈ ১০ হেজাৰৰ অধিক ভোট বৃদ্ধি পাইছিল। ৰাইজহে পৰাজয় হ'ল। সময়ে তাকে ক'লে। বৰক্ষেত্ৰীৰ ৰং পৰিবৰ্ত্তন কৰা মানুহজনৰ গোন্ধ আজি বৰক্ষেত্ৰীৰ আকাশ-বতাহত ভাঁহি আছে। গতিশীল- অক্লান্ত জননেতা জনে আজিও ৰাইজৰ লগত ৰাইজৰ মাজত ৰাইজৰ উন্নয়ন- পৰিবৰ্ত্তন বিচাৰি আছে। কৰ্মবীৰ, বৰক্ষেত্ৰীৰ বুকুৰ কুটুম, অতিকৈ মৰমৰ- আপোন ডাঃ ভূমিধৰ বৰ্মনৰ কৰ্মময় জীৱন চিৰ জ্বাজল্যমান হৈ থাকক -- তাৰেই কমনা। ❋

---

লেখক অনিল কুমাৰ কাকতি মুকালমূৱাৰ পৰা প্ৰকাশিত "বৰক্ষেত্ৰী সংবাদ" নামৰ আলোচনী খনৰ তথ্য সম্পাদক, বৰক্ষেত্ৰী (নলবাৰী) অঞ্চলৰ উদিয়মান বিশিষ্ট যুব সমাজ কৰ্মী, আৰু লিখক।

# প্ৰাক্তন মুখ্যমন্ত্ৰী
# ডাঃ ভূমিধৰ বৰ্মন দেৱক যিদৰে জানো

শ্ৰীৰমেশ ডেকা

প্ৰতিভাসম্পন্ন ব্যক্তিৰ কৰ্ম পদ্ধতিৰ স্মৰণে মনত আনন্দ দিয়াৰ উপৰিও উৎসাহ যোগায়। জ্যেষ্ঠ জনৰ আদৰ্শ আৰু সৎ সাহসে পৰৱৰ্ত্তী চামৰ বাবে প্ৰেৰণাৰ উৎস হয়। নব প্ৰজন্মক শৃঙ্খলাবদ্ধ ভাবধাৰা আৰু কৰ্ম মৰ্যদাৰ অনুভৱ যোগাব পাৰিলে ব্যক্তিৰ সামাজিক দায়িত্ব বহুলাংশে পালন কৰা হয়।

অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী ডাঃ ভূমিধৰ বৰ্মন দেৱৰ কাৰ্য্যাৱলীৰ উল্লেখিত প্ৰসঙ্গ ক্ৰমে এটি চমু আভাস দাঙি ধৰিবলৈ প্ৰয়াস কৰা হ'ল। তেখেতে বৰক্ষেত্ৰী সমষ্টিৰ পৰা বিধায়ক হিচাপে নিৰ্ব্বাচিত হৈ অসমৰ মন্ত্ৰী সভাৰ গুৰুত্বপূৰ্ণ বিষয় বাব অলঙ্কৃত কৰিছিল। ৰাজহুৱা জীৱনত তেখেতৰ সান্নিধ্য লাভ কৰাৰ সৌভাগ্য আমাৰো হৈছিল। বৰক্ষেত্ৰী অঞ্চলৰ বিভিন্ন বিদ্যালয়, সংঘ আৰু ৰাজহুৱা সভা সমিতি আদিৰ অনুষ্ঠানত তেখেতৰ সৈতে আমি অংশ গ্ৰহণ কৰি গৌৰৱ বোধ কৰিছিলোঁ।

ডাঃ বৰ্মন নলবাৰী জিলাৰ অন্তৰ্গত বেলশৰ গাৱঁৰ এটা সম্ভ্ৰান্ত পৰিয়ালত জন্ম গ্ৰহণ কৰিছিল। উপযুক্ত শিক্ষা গ্ৰহণ কৰাৰ পাছত তেখেত এজন সু-চিকিৎসক হিচাপে অঞ্চলটোত জনপ্ৰিয় হৈ পৰে। অনেক দুখীয়া পুৰুষ মহিলাক বিনা পাৰিশ্ৰমিকে চিকিৎসা সেৱা আগবঢ়াইছিল। আনকি গৰীব ৰোগীক পথ্য আদি কিনিবলৈ আৰ্থিক সহায়ৰ হাত আগবঢ়াইছিল। চিকিৎসক হিচাপে তেখেতে মানৱ সেৱাকে পৰম ধৰ্ম বুলি জ্ঞান কৰিছিল।

অবিভক্ত কামৰূপ জিলাৰ বেলশৰ এখন বৈশিষ্ট্য পূৰ্ণ গাঁও। বিভিন্ন সম্প্ৰদায়েৰে পূৰ্ণ এই গাঁৱৰ লোক সকল সামাজিক আৰু ৰাজনৈতিক হিচাপে বৰ সচেতন। সামাজিক অনুষ্ঠান আদি গঢ়াত এই গাঁৱৰ লোক সকল যিদৰে আগৰণুৱা ঠিক তেনেদৰে ৰাজনীতিৰ ক্ষেত্ৰতো বেলশৰৰ এক সুকীয়া মৰ্য্যদা

আছে। বোধহয় এনে ধৰণৰ ৰাজনৈতিক বাতাবৰণে ডাঃ বৰ্মন দেৱক ৰাজনীতিয়ে বাৰুকৈয়ে আকৰ্ষণ কৰিছিল।১৯৬৭ চনত ৰাইজৰ দাবীত সু-চিকিৎসক দুখীয়াৰ ডাক্তৰ, ডাঃ বৰ্মন নিৰ্ব্বাচনী যুজত অৱতীৰ্ণ হৈ পশ্চিম নলবাৰী সমষ্টিৰ পৰা বিধায়ক হিচাবে নিৰ্ব্বাচিত হয়। ১৯৭২ চনত পুনৰ নিৰ্ব্বাচিত হৈ তেখেত শৰৎ সিংহৰ মন্ত্ৰীসভাত ৰাজ্যিক ৰাজহ ও ৰাজ্যিক শিক্ষা মন্ত্ৰীৰ দায়িত্ব লয়। ১৯৮৩ চনত ধৰ্মপুৰ সমষ্টিৰ পৰা অসম বিধান সভালৈ নিৰ্ব্বাচিত হৈ হিতেশ্বৰ শইকীয়াৰ মন্ত্ৰীসভাত স্বাস্থ্য ও পৰিয়াল কল্যান দপ্তৰৰ পূৰ্ণপৰ্য্যায়ৰ মন্ত্ৰীত্ব লাভ কৰে।

সু- চিকিৎসক ডাঃ বৰ্মন হৈ পৰিল ৰাজনীতি পথাৰৰ এজন অক্লান্ত কৰ্মী। প্ৰথমে পশ্চিম নলবাৰী সমষ্টিৰ পৰা বিধায়ক নিৰ্ব্বাচিত হোৱাৰ পিছত তেখেত অসম মন্ত্ৰীসভাৰ গুৰুত্বপূৰ্ণ বাব লাভ কৰে। পিছত ১৯৯১ চনত ডাঃ বৰ্মনদেৱে বৰক্ষেত্ৰী সমষ্টিৰ বিধায়ক নিৰ্ব্বাচিত হৈ ঁহিতেশ্বৰ শইকীয়া দেৱৰ মন্ত্ৰীসভাত স্বাস্থ্য আৰু পঞ্চায়ত বিভাগৰ মন্ত্ৰী হিচাপে যোগদান কৰি বিশেষ কৃতিত্ব অৰ্জ্জন কৰে।

এই সময়ছোৱাতে তেখেতে বৰক্ষেত্ৰীৰ বহুসংখ্যক শিক্ষিত নিবনুৱাক বিভিন্ন চাকৰিত নিযুক্তি পোৱাত সুবিধা কৰি দিয়া বাবে তেখেত নিশ্চয় ধন্যবাদৰ পাত্ৰ। বৰক্ষেত্ৰীৰ প্ৰতিখন গাঁৱেই তেখেতৰ চিনাকি। সমষ্টিৰ গাৱেঁ গাৱেঁ তেওঁ ঢপলিয়াই ফুৰে। বিভিন্নজনক লগ ধৰি স্থানীয় সমস্যাৰ বুজ লয় আৰু পাৰ্য্যমানে সমাধান কৰাৰ ব্যৱস্থা কৰে। সাধাৰণ কৰ্মীৰ বেমাৰ আজাৰ বা মৃত্যু হ'লে খা-খবৰ লৈ পৰিয়ালক শান্তনা দিয়ে। বৰক্ষেত্ৰীৰ ভালেমান অনুষ্ঠানলৈ তেখেতে চৰকাৰী অনুদান আগবঢ়াইছিল।

অসমৰ মুখ্যমন্ত্ৰী ঁ হিতেশ্বৰ শইকীয়া দেৱৰ মৃত্যু হোৱাত শ্ৰদ্ধেয় ডাঃ বৰ্মন দেৱ অসমৰ মুখ্যমন্ত্ৰী পদত অধিস্থিত হয়। বৰক্ষেত্ৰীৰ ৰাইজৰ বাবে এইটো গৌৰৱৰ কথা। ১৯৯৫ চনৰ সাধাৰণ নিৰ্ব্বাচনত তেখেত বৰক্ষেত্ৰী সমষ্টিত পৰাজিত হয়। ৰাজনীতিত জয় পৰাজয় আছেই। দৃঢ়মনা ডাঃ বৰ্মন হতাশ নহৈ বৰং দুগুণ উৎসাহে সংগঠন কাৰ্য্যত লাগি আছে। প্ৰখৰ বুদ্ধিৰ আৰু স্মৃতি শক্তিৰ অধিকাৰী বৰ্মন দেৱে সকলো পৰ্য্যায়ৰ ব্যক্তিৰ লগত সৎভাব ৰাখি কাৰ্য্য সম্পাদন কৰে।

তেখেতৰ জীৱনলৈ কেইবাবাৰো দুৰ্য্যোগ আহিছিল। কিন্তু ভগবানত বিশ্বাসী ধৰ্মপৰায়ণ বৰ্মনদেৱ সমুদায় বিপদৰ পৰা ৰক্ষা পৰি আছে। এইবোৰ আছিল তেখেতৰ জীৱনৰ অগ্নি পৰীক্ষা স্বৰূপ। তেখেতে জীৱন সংগ্ৰামক সদায় প্ৰত্যাহ্বান হিচাপে গ্ৰহণ কৰি আহিছে। মুঠৰ ওপৰত ডাঃ ভূমিধৰ বৰ্মন দেৱ এজন পৰোপকাৰী, নিৰাহঙ্কাৰী আৰু সুদক্ষ ৰাজনীতিবিদ হিচাপে ৰাইজৰ দ্বাৰা সমাদৃত। তেখেতৰ পৰা অধিক পবিত্ৰ সেৱা পাবলৈ অসম মাতৃয়ে আগ্ৰহেৰে বাট চাই আছে।

---

লেখক লাউপাৰা হাইস্কুলৰ প্ৰাক্তন প্ৰধান শিক্ষক আৰু মুকালমুৱা অঞ্চলৰ এগৰাকী সমাজ সেৱকৰ লগতে অঞ্চলটোৰ এজন সন্মানীয় ব্যক্তি।

# কৰ্মযোগী ডাঃ ভূমিধৰ বৰ্মন

শ্ৰীদীপক ডেকা

কিছুমান মানুহৰ লগত প্ৰথম চিনাকিতেই আত্মীয়তা গঢ়ি উঠে আৰু সেই আত্মীয়তাই আনি দিয়ে এক এৰাব নোৱাৰা সম্পৰ্ক। বিশিষ্ট চিকিৎসক, বৰেণ্য ৰাজনীতিবিদ গৰীৱৰ বন্ধু শ্ৰদ্ধেয় ডাঃ ভূমিধৰ বৰ্মনো এনে এজন ব্যক্তি যাক এবাৰ ভালদৰে ওচৰৰ পৰা পালে তৎক্ষণাত এক নিবিড় সম্পৰ্কই গা কৰি উঠে। সঠিক মনত নাই যদিও ১৯৭৫-৭৬ চন মানতেই এই লিখক ডাঃ বৰ্মন দেৱৰ সংস্পৰ্শলৈ আহি আজি এক এৰাব নোৱাৰা সম্পৰ্কত বান্ধ খাই পৰিছোঁ।

১৯৭৫-৭৬ চন মানত মোৰ খুব বেছি ফেৰেনজাইটিচ ৰোগ হোৱাত বৰ কষ্ট খাব লগাত পৰিছিলোঁ। একো বস্তুকে কেবাদিন ধৰি খাব পৰা নাছিলোঁ। চৰকাৰী চিকিৎসালয়ৰ চিকিৎসকৰ ওচৰত বহুত চিকিৎসা কৰিও কোনো সুফল নোপোৱাত ডাঃ বৰ্মন দেৱৰ ওচৰ চাপো। তেতিয়া মোৰ বয়স প্ৰায় তেৰ বছৰ। ডাক্তৰৰ ওচৰলৈ মই অকলেই গৈছিলো। ডাক্তৰে মোক সৰু ল'ৰা তথা দুখীয়া বুলি অকণো অবহেলা নকৰি বৰং বেছি গুৰুত্ব দিহে পৰীক্ষা কৰিলে আৰু এটা বেজি দি কেইটামান টেবলেট দিলে। ইয়াৰ পিছত তেখেতে মোৰ পিঠিত এটা থাপৰ মাৰি মৰমেৰে কলে -- একো হোৱা নাইহে তোমাৰ। তুমি মিছাই ভয় খাইছা। এটা কাম কৰা এই টেবলেট কেইটা খোৱা আৰু এসপ্তাহ পিছত মোৰ ওচৰত তুমি ফুৰিবলৈ আহিবা। মনত ৰাখিবা বেমাৰ দেখুৱাবলৈ কিন্তু নহয় ; এনেই আহিবা। আহিবাটো ? ডাক্তৰৰ কথাত মই অভিভূত হৈ পৰিছিলো আৰু বেমাৰ যথেষ্ট উপসম হোৱা যেন অনুভৱ হৈছিল। ইয়াৰ পিছত ডাক্তৰৰ ফিজ হিচাবে মই লাজ লাজকৈ অতি সামান্য পৰিমাণৰ ধন (এখন দুটকীয়া নোট) আগবঢ়াই দিওঁ। কিন্তু ডাক্তৰে মোক আচৰিত কৰি নোটখন হাতত তুলি লৈ কৈছিল ইমান পইচা নালাগে নহয়, ৰবা তুমি এটকা ঘূৰাই নিয়া - এই বুলি মোক পকেটৰ পৰা উলিয়াই এখন এটকীয়া নোট ঘূৰাই দিলে। তাৰ পিচত সত্য নামৰ ঘৰত কামকৰা

লৰাটোক মাতি মোক একাপ চাহ খুৱাই পঠাবলৈ নিৰ্দেশ দি মোক বিদায় দিলে। কথাটো মনত পৰিলে আজিও কৃতজ্ঞতাত মোৰ মূৰ দোঁ খাই আৰু "এলপ্যাথি - - হোমিও প্যাথি আদি সকলো চিকিৎসাতকৈওঁ চিমপ্যাথি' বেছি ভাল চিকিৎসা" বোলা কথাষাৰৰ সত্যতা স্বীকাৰ কৰোঁ। ইয়াৰ পিচতো মোৰ দাদাৰ টাইফয়েদ হোৱাত মোৰ কথামতে মোৰ লগত ঘৰলৈ আহি দাদাৰ চিকিৎসা কৰি যোৱা কথাটোও মই শ্ৰদ্ধাৰে সোঁৱৰণ কৰো। এইটো সম্পূৰ্ণ সচাঁ যে আজিও ডাঃ বৰ্মন ইমান ব্যস্ততাৰ মাজতো এজন সু-চিকিৎসকসুলভ চিকিৎসক হিচাবে নিজৰ নাম অক্ষুন্ন ৰাখিব পাৰিছে।

বৰোণ্য ৰাজনীতি বিদ ডাঃ বৰ্মন এজন গান্ধীবাদীনৈতা, গান্ধীজী আৰু বিনোৱাজীৰ আদৰ্শৰ তেখেত এজন একনিষ্ঠ অনুসৰণ কাৰী। গান্ধীজীৰ অহিংসামন্ত্ৰ বৰ্মনদেৱৰ শিৰাই শিৰাই প্ৰবাহিত হৈ আছে। ৰাজনৈতিক জীৱনৰ নানা ঘাট প্ৰতিঘাটৰ মাজতো বৰ্মনদেৱে নিজৰ আদৰ্শক ধৰি ৰাখিব পাৰিছে আৰু এজন সফল ৰাজনীতিবিদ হিচাবে পৰিচয় দিব পাৰিছে। বৰ্তমান ডাঃ বৰ্মন নামনি অসমৰ কংগ্ৰেছৰ এজন সফল অধিনায়ক হিচাবে স্বীকৃত হৈছে। অসম মন্ত্ৰীসভাৰ সদস্য হিচাবে ডাঃ বৰ্মনে বহুবছৰ ধৰি দক্ষতাৰ পৰিচয় দিছে। জীৱনৰ ৭০ বছৰ বয়সতো ৰাজনৈতিক ক্ষেত্ৰত এজন তৰুণ যুৱকৰ নিচিনাকৈ সম্পূৰ্ণ সক্ৰিয় ভূমিকা পালন কৰি দলটোক সুনেতৃত্ব দিবলৈ সক্ষম হৈছে। ডাঃ বৰ্মন হ'ল কৰ্মযোগী লোক। ভোগবাদক তেখেতে ঘৃণা কৰে। তেখেতৰ দৰ্শন হ'ল "Service to people Service to God" ৰাজনীতি তেখেতৰ বাবে মানৱ সেৱাৰ মাধ্যম। ৰাজনীতিক পেচা হিচাবে গ্ৰহণ কৰাহেতেন তেখেতৰ ইমানবোৰ পৈতৃক সম্পত্তি বিক্ৰী কৰিব লগা নহ'লহেতেন। ৰাজনৈতিক ক্ষেত্ৰখনত বিভিন্ন শ্ৰেণীৰ লোকৰ সমাগম হয় বাবেই এই পথটোৰ প্ৰতি তেখেত আগ্ৰহান্বিত।

ডাঃ বৰ্মন হ'ল গৰীৱৰ বন্ধু দুখীয়া জনসাধাৰণৰ হিয়াৰ আমঠু। তেখেতে যিমান মানুহক ভাত দিছে (জীৱিকাৰ উপায়) সি সচাঁকৈয়ে লেখত লবলগীয়া। গৰীব জনসাধাৰণৰ বাবে বৰ্মন দেৱৰ অন্তৰত এক সুকীয়া ঠাই আছে। ৰাজ্যৰ উচ্চস্তৰৰ পদবী অলংকৃত কৰিলেও তেখেত আজিও গৰীবৰ বন্ধু। শ শ ৰোগীক তেখেতে বিনা পইচাই চিকিৎসা কৰিছে ঔষধ দিছে আনকি পথ্যখাবলৈ পকেটৰ পৰা পইচাও দিছে।

ডাক্তৰ ভূমিধৰ বৰ্মন এজন ধৰ্মপৰায়ণ লোক। আমি জনাত এনে এটা দিন নাই যিটো দিনত তেখেতে নামঘৰত নোসোমাব, এনে এটা মাহ নাই যিটো মাহত তেখেতৰ ঘৰত ধৰ্মীয় অনুস্থান অনুস্থিত নহব। শাক্ত ধৰ্মৰ বিশ্বাসী হিচাবে কালি পূজা, ভগৱতী পূজা পাতিছে আৰু বৈষ্ণৱ পন্থাৰ অনুসৰণকাৰী হিচাবে ভাগৱত পাঠ ভকত সেৱা পাতিছে। ইমানবোৰ ধৰ্মীয় আচাৰ মানিলেও শ্ৰীযুত বৰ্মন কিন্তু গোড়া লোক নহয়। কিয়নো আন ধৰ্মই তেখেতৰ পৰা কেতিয়াওঁ অবহেলা পোৱা নাই। তেখেতৰ অন্তৰত হিন্দু বা মুছলমান কাৰো প্ৰতি বিৰাগ নাই।

পাৰিবাৰিক জীৱনতো শ্ৰীযুত বৰ্মন এজন সফল লোক। এজন ল'ৰা আৰু তিনি গৰাকী ছোৱালীৰ তেখেত এজন সফল পিতৃ। তেখেতৰ তিনিও গৰাকী ছোৱালীকেই সুপাত্ৰৰ হাতত সম্প্ৰদান কৰিছে। পুত্ৰ আৰু বোৱাৰী দুয়ো অসম অসামৰিক সেৱাৰ দায়িত্বশীল বিষয়া হিচাবে কাৰ্য্যনিৰ্বাহ কৰি আছে। শ্ৰীযুতা বৰ্মন এগৰাকী আদৰ্শ গৃহিণী, ধৰ্ম পৰায়ণা মহিলা। স্বামীৰ প্ৰতিটো খোজতে তেখেতে যোগাই আহিছে উৎসাহ উদ্দীপনা। শ্ৰীযুতা বৰ্মনৰ অতিথি পৰায়নতা গুণে স্বামীৰ কৰ্মময় জীৱনত সফলতাৰ খোজ পেলোৱাত যথেষ্ট অৰিহণা যোগাই আহিছে।

সফল ৰাজনীতি বিদ, সু-চিকিৎসক, গৰীবৰ বন্ধু, কৰ্মযোগী ডাক্তৰ বৰ্মনদেৱৰ জন্ম হৈছিল - ১৯৩১ চনত নলবাৰী জিলাৰ বেলশৰ গাওঁত। স্বৰ্গীয় ভকত ৰাম মহাজনৰ তেখেত এজন সুযোগ্য সন্তান। তেখেতৰ কৰ্মময় জীৱন আৰু বেছি ৰহনীয় হওঁক। তেখেতে সু-স্বাস্থ্যৰ গৰাকী হৈ দৰিদ্ৰ তথা আৰ্তজনলৈ সেৱা আগবঢ়াওঁক -- এয়াই আমাৰ ভগৱানৰ ওচৰত প্ৰাৰ্থনা।❋

---

লিখক এজন উদিয়মান সাহিত্যিক, নলবাৰীৰ (নলিচা) গাওঁ নিবাসী আৰু বজালী মহাবিদ্যালয়ৰ প্ৰৱক্তা।

# ডাঃ ভূমিধৰ বৰ্ম্মন - তেখেতক মই যিদৰে জানো

এম. মোজাম্মেল হুছেইন

অসমৰ প্ৰাক্তন মুখ্য মন্ত্ৰী ডাঃ ভূমিধৰ বৰ্ম্মন ডাঙৰীয়াৰ লগত মোৰ প্ৰথম চিনাকি হয় ১৯৭৩ চনত। শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ নেতৃত্বাধীন মন্ত্ৰী পৰিষদত তেতিয়া তেখেত ৰাজ্যিক ৰাজহ মন্ত্ৰী। এটা ৰাজহুৱা কাম উপলক্ষে কলগাছিয়াৰ মৰহুম আব্দুল কদ্দুছ দেৱানী আৰু মই তেখেতক দিশপুৰৰ পুৰণি এম. এল. এ হোষ্টেলৰ কোৱাটাৰত লগ ধৰিছিলোঁ। তাৰ পিচদিনা ভাৰতৰ তেতিয়াৰ কৃষিমন্ত্ৰী (পিছত ভাৰতৰ ৰাষ্ট্ৰপতি) ফকৰুদ্দিন আলি আহমেদ চাহাব গুৱাহাটীলৈ অহাৰ কথা। আমি তেখেতকো লগ ধৰিম। ফকৰুদ্দিন আলি আহমেদ চাহাবৰ অতি ঘনিষ্ঠ আব্দুল কদ্দুছ দেৱানী দিশপুৰত মন্ত্ৰী-বিধায়ক সকলোৰ পৰিচিত আছিল। ডাঃ বৰ্ম্মন ডাঙৰীয়া আমাক দেখা মাত্ৰকে দেৱানী চাহাবক ধেমালিৰ সুৰত সুধিলে, "দেৱানী চাহাব, ফকৰুদ্দিন আলি আহম্মেদ চাহাব কাইলৈ গুৱাহাটীত আহিব, আপুনি তেখেতক এইবাৰ কি ক'ব।" দেৱানী চাহাবে তেতিয়া তৎক্ষণাত উত্তৰ দিলে, "মই এইবাৰ এটা কথাই তেখেতক কম, আৰু সেই কথাটো হৈছে যে কলগাছিয়া জামে মছজিদৰ কাৰণে চৰকাৰী খাচ্ মাটিৰ পট্টা বিচাৰি আমি আবেদন কৰিছোঁ, কিন্তু আজিলৈকে চৰকাৰে (ৰাজহ-বিভাগে) সেই মাটিৰ আবন্টন দিয়া নাই"। তেতিয়া ৰাজহ-মন্ত্ৰী ডাঃ বৰ্ম্মন ডাঙৰীয়াই পিছদিনা ফকৰুদ্দিন আলি আহমেদ চাহাবক লগ কৰাৰ আগতে আমাক তেখেতক 'জনতা-ভৱন' কাৰ্য্যালয়ত লগ ধৰিবলৈ কলে। আমি ঠিক তেখেতৰ কথামতে পিচদিনা যথা সময়ত তেখেতক সাক্ষাৎ কৰাৰ লগে লগে তেখেতে মছজিদৰ মাটিৰ 'আবন্টন'ৰ আদেশ পত্ৰখন আমাৰ হাতত দিলে। তেখেতৰ কৰ্ম্মতৎপৰতা দেখি মই সচাঁকৈ আচৰিত হ'লোঁ। কাৰণ আজিকালি বেছিভাগ ৰাজনৈতিক নেতাসকলৰ কথা আৰু কামৰ মাজত কোনো ধৰণৰ সংগতি থকা দেখা পৰিলক্ষিত নহয়। কিন্তু ডাঃ বৰ্ম্মন ডাঙৰীয়াক এই ক্ষেত্ৰত এজন সম্পূৰ্ণ ব্যতিক্ৰম ব্যক্তি হিচাবে পালোঁ। কথা আৰু কামৰ

মাজত সংগতি ৰক্ষা কৰি কৰ্ম্মময় জগতত ৰাজনৈতিক নেতা হিচাবে তেখেতে যি আদৰ্শ দেখুৱাইছে তাৰ বাস্তৱ প্ৰমাণ মই নিজেই বিভিন্ন সময়ত প্ৰত্যক্ষ কৰিছো।

১৯৮৪ চনৰ কথা। অসম মন্ত্ৰী সভাত তেতিয়া ডাঃ বৰ্ম্মন ডাঙৰীয়া স্বাস্থ্য আৰু পৰিয়াল কল্যাণ বিভাগৰ কেবিনেট মন্ত্ৰী। কলগাছিয়াৰ নৱজ্যোতি মহাবিদ্যালয়ৰ কাৰণে ৰাজ্যিক লটাৰী ফাণ্ডৰ অনুদান বিচাৰি আমি তেখেতক ৰূপসী খণ্ড উন্নয়ন বিষয়াৰ বাস-ভৱনত (তেখেত কলগাছিয়াত চৰকাৰী ভ্ৰমণ সূচীলৈ আহিছিল) লগ ধৰিছিলোঁ। উক্ত ফাণ্ডৰ পৰা অনুদান দিয়াৰ প্ৰতিশ্ৰুতি তেখেত আমাক দিলে। মুখ্য-মন্ত্ৰীক সভাপতিৰূপে লৈ গঠিত উক্ত ফাণ্ড বিতৰণ সমিতিৰ তেখেত ও এজন সদস্য আছিল। পিচদিনা দিশ্‌পুৰত গৈ খৰধৰকৈ উক্ত সমিতিৰ বৈঠকত তেখেতে যোগদান কৰিলে। হাতত কোনো ধৰণৰ দৰখাস্ত নথকা স্বত্বেও তেখেতৰ আন্তৰিক প্ৰচেষ্টাৰ ফলত নৱজ্যোতি মহাবিদ্যালয়ে উক্ত ফাণ্ডৰ পৰা একলাখ টকাৰ এটা অনুদান পালে। প্ৰতিশ্ৰুতি দি সেই প্ৰতিশ্ৰুতি বাস্তৱত ৰূপ দিয়াৰ ক্ষেত্ৰত তেখেত যে কেতিয়াও অৱহেলা নকৰে -- উক্ত ঘটনাটো তাৰ আন এটা প্ৰমাণ। ১৯৯১ চনত শ্ৰীযুত হিতেশ্বৰ শইকীয়া নেতৃত্বাধীন মন্ত্ৰী সভাত শিক্ষা মন্ত্ৰীৰ দায়িত্ব গ্ৰহণ কৰাৰ পিছত প্ৰতিশ্ৰুতি মতে নৱজ্যোতি মহাবিদ্যালয়ৰ বিজ্ঞান শাখালৈ ঘাটি-মঞ্জুৰী অনুদান আগবঢ়োৱাৰ উপৰিও জনীযা বিধান সভা সমষ্টি এলেকাত পাঁচখন উচ্চ মাধ্যমিক বিদ্যালয়ক উচ্চতৰ মাধ্যমিক বিদ্যালয়লৈ উন্নীত কৰে।

১৯৮৪ চনৰ আন এটা দিনৰ কথা। বৰপেটা জিলা কংগ্ৰেছ (ই) ৰ তদানিন্তন সভাপতি মুক্তি-যোদ্ধা মাননীয় শ্ৰীযুত সতীশ চন্দ্ৰ শৰ্ম্মা দেৱৰ লগত মই স্বাস্থ্য মন্ত্ৰী ডাঃ ভূমিধৰ বৰ্ম্মন ডাঙৰীয়াক দিশপুৰত তেখেতৰ চৰকাৰী বাস-ভৱনত লগ ধৰিছিলোঁ। আলোচনা প্ৰসঙ্গত কলগাছিয়াত ত্ৰিশখন বিছনাযুক্ত-হাস্পাতাল এখন স্থাপন কৰাৰ কাৰণে আমি তেখেতক অনুৰোধ কৰিলোঁ। ডাঃ বৰ্মন ডাঙৰীয়া তেতিয়া মোক জনীয়া বিধান সভা সমষ্টিৰ বিধায়কৰ পৰা এই সম্পৰ্কে এখন চিঠি আনিবলৈ কলে। মই তৎক্ষণাত জনীয়া সমষ্টিৰ বিধায়কৰ পৰা এখন চিঠি আনি তেখেতক দিলোঁ। তাৰ কেইদিনমান পিছত প্ৰস্তাৱিত হাস্পাতালৰ কাৰণে মাটি দিব লাগে বুলি সংলিষ্ট বিভাগৰ পৰা এটা 'মেচেজ পালোঁ। হাস্পাতালৰ নামত মাটি আবন্টনৰ প্ৰক্ৰিয়া চলি থকা সময়ত তেখেত এদিন হাস্পাতালৰ

আধাৰশিলা স্থাপন কৰিলে। কিন্তু ১৯৮৫ চনত অসমত অ. গ. প. দলৰ চৰকাৰ গঠিত হোৱাৰ লগে লগে উক্ত হাস্পাতাল স্থাপনৰ কাম বন্ধ হৈ যায়। ১৯৯২ চনত ডাঃ বৰ্মন ডাঙৰীয়া শিক্ষা-মন্ত্ৰী হৈ থকা সময়ত এদিন তেখেতক লগ ধৰি কলগছিয়াত স্থাপন কৰিব খোজা ত্ৰিশখন বিছনাযুক্ত হাস্পালাতালৰ কথাটো উলিয়াইছিলো। মই তেতিয়া অসমৰ লোক সেৱা আয়োগৰ সদস্য। স্বাস্থ্য ও পৰিয়াল কল্যাণ বিভাগৰ দায়িত্ব তেখেতক দিয়াৰ কথা চলি আছে বুলি কলে আৰু উক্ত দায়িত্ব পোৱাৰ পিচ দিনাই কলগাছিয়াত ত্ৰিশখন বিছনাযুক্ত হাস্পাতাল স্থাপনৰ আদেশ পুনৰায় দিব বুলি মোক আশ্বাস দিলে। তাৰ পিছত স্বাস্থ্য ও পৰিয়াল কল্যানৰ দায়িত্ব পালে। পূৰ্ব-প্ৰতিশ্ৰুতিমতে হাস্পাতালখন স্থাপনৰ আদেশ দিয়াৰ উপৰিও প্ৰয়োজনীয় টকা অনুমোদন দি ১৯৯৫ চনত মুখ্যমন্ত্ৰী শ্ৰীযুত হিতেশ্বৰ শইকীয়া ডাঙৰীয়াৰ হতুৱাই হাস্পাতালৰ আধাৰশিলা স্থাপন কৰে। বৰ্ত্তমান চৰকাৰৰ হেমাহিৰ কাৰণে হাস্পাতালখনৰ ঘৰ নিৰ্মানৰ কাম এতিয়াও সম্পূৰ্ণ হৈ উঠা নাই যদিও অদূৰ ভবিষ্যতে নিৰ্মানৰ কাম সম্পূৰ্ণ হ'ব বুলি আশা কৰিব পাৰি। এই চিকিৎসালয়ৰ সেৱা আৰম্ভ হলে অসমৰ পিচপৰা এই অঞ্চলৰ ৰাইজৰ এটা ডাঙৰ অভাৱ দূৰ হ'ব বুলি ৰাইজে ভাৱে। ইয়াৰোপৰি কৰ্ম্মবীৰ ডাঃ ভূমিধৰ বৰ্মন ডাঙৰীয়াৰ আশাশুধীয়া প্ৰচেষ্টাৰ ফলত চৰ-চাপৰিত বহুতো শিক্ষানুষ্ঠান আৰু চৰকাৰী আৰু বে-চৰকাৰী অনুষ্ঠান গঢ়ি উঠিছে।

এইখিনিতে প্ৰশ্ন হয় যে মুছলমান সকলৰ প্ৰতি তেখেতৰ ইমান অনুকম্পা অথবা দৰদ কিয় ? বিভিন্ন দিশত অতি পিচপৰা যিকেইটা সম্প্ৰদায় অসমত আছে তাৰ ভিতৰত মুছলমান সম্প্ৰদায়ৰ চৰ-চাপৰিত বসবাস কৰা মানুহখিনিৰ অৱস্থা যে অতি শোচনীয় এই সম্পৰ্কে ডাঃ বৰ্ম্মন ডাঙৰীয়া বেচ অৱগত। চৰ অঞ্চলৰ দুখলগা স্বাস্থ্যসেৱাৰ কথা আৰু উক্ত অঞ্চলবোৰলৈ চিকিৎসক ও নাৰ্চ যাব নোখোজা বাবদ চৰৰ মেধাবী লৰাৰ বাবে অসমৰ মেডিকেল কলেজত দুখন আচুতীয়া আসন সংৰক্ষণ কৰা আৰু নাৰ্চ প্ৰশিক্ষণৰ ক্ষেত্ৰত চৰৰ (লগতে বড়ো) ছোৱালীৰ বাবে হাফলঙত এটা বিশেষ প্ৰশিক্ষণ কেন্দ্ৰ কৰিছিল। পিছপৰা চৰ অঞ্চলৰ সকলো ৰাইজে আজিও এই কথা সুঁৱৰি আছে। সভাই সমিতিত বক্তৃতা কৰাৰ সময়ত তেখেতৰ মনৰ কিছু ভাবধাৰা স্বাভাবিক গতিত ওলাই অহাৰ পৰা এই কথাটো অনুধাবন হয় যে তেখেত প্ৰকৃততেই এজন ধৰ্ম্ম- নিৰপেক্ষ নীতিত

বিশ্বাসী মানুহ, আৰু তেখেতে মনে প্ৰাণে বিশ্বাস কৰে যে অসমৰ প্ৰতিটো জনগোষ্ঠীৰ মানুহ ৰ উন্নতিৰ ওপৰতেই নিৰ্ভৰ কৰিছে অসমৰ উজ্জ্বল ভবিষ্যত। তদুপৰি ১৯৮৫ চনত অসমত অ.গ.প দলৰ চৰকাৰ গঠিত হোৱাৰ পিচত তেখেতৰ উপৰিও তেখেতৰ পৰিয়ালৰ সদস্যসকলৰ জীৱনৰ প্ৰতি এটা ভীষণ ভাবুকি আহি পৰে। জীৱনৰ নিৰাপত্তা বিচাৰি তেখেতৰ পৰিয়ালৰ সদস্য সকলক মুছলীম বসতি প্ৰধান ঠাই কলগাছিয়াত ৰখা ব্যৱস্থা কৰে। কলগাছিয়াৰ মুছলমান সকলেও আশ্ৰয় প্ৰাৰ্থীক যথাযথ নিৰাপত্তা প্ৰদান কৰে। মুছলমান সকলৰ প্ৰতি তেখেতৰ বেছি অনুকম্পা থকাৰ যি অভিযোগ মাজে সময়ে উত্থাপিত হয়, বিপদৰ সময়ত বন্ধুয়ে দেখুওৱা দয়া-সহানুভূতিৰ কাৰণে প্ৰকাশ কৰা কৃতজ্ঞতাৰ দৰে সি মহান ব্যক্তিৰ চৰিত্ৰত প্ৰস্ফুটিত গুণাৱলী সদৃশ বুলি বহুতে ধাৰণা কৰে।

দেশ ও জাতিক সেৱা কৰিবলৈ ঈশ্বৰে জননেতা ডাঃ ভূমিধৰ বৰ্মণক দীৰ্ঘায়ু দান কৰক।*

---

লিখক এম মোজামেল হুচেইন বৰপেটাৰ নৱজ্যোতি মহাবিদ্যালয়ৰ উপাধ্যক্ষ আৰু অঞ্চলটোৰ এজন বিশিষ্ট সমাজসেৱক। প্ৰাক্তন সদস্য অসম লোক সেৱা আয়োগ।

# প্ৰবীন ৰাজনীতিবিদ ডাঃ ভূমিধৰ বৰ্মন

✍ কামাখ্যা প্ৰসাদ দাস।

ডাঃ ভূমিধৰ বৰ্মনক মই সত্তৰৰ দশকতে লগ পাওঁ এজন কংগ্ৰেছ কৰ্মী তথা বিধায়কৰ ৰূপত। কোনো ভেম ফন্তি নথকা নিৰহঙ্কাৰী এজন সৰবৰহী লোক। নিজৰ জ্ঞান, বুদ্ধি, সাহস আৰু অধ্যবসায়ৰ বলত উন্নতিৰ শিখৰ পৰ্য্যন্ত পোৱা এজন স্বগঢ়ি (Selfmale) দক্ষ ৰাজনীতিক।

অবিভক্ত কামৰূপ জিলাৰ (বৰ্ত্তমানে নলবাৰী জিলা) চামতা আৰু বেলশৰ আৰ্থিক, সামাজিক, শৈক্ষিক আদি সকলো দিশতে আগবঢ়া দুখন প্ৰসিদ্ধ গাওঁ। মানুহে কওঁতেও একেলগে চামতা-বেলশৰ বুলিয়েই অঞ্চলটোৰ কথা কয়। চামতাৰ প্ৰয়াত গৌৰী কান্ত তালুকদাৰ, কালীৰাম বৰ্মনৰ দৰে প্ৰখ্যাত ৰাজনীতিক, খগেন কাকতিৰ দৰে গ্ৰাম্য অৰ্থনীতি আধাৰিত কৃষি-ভিত্তিক বৈজ্ঞানিক। মনিকান্ত দাস, জয়দেৱ শৰ্মাৰ দৰে শিক্ষাবিদৰ অৱদানৰ কাৰণে অঞ্চলটোৱেই গৌৰৱ অনুভৱ কৰে। বেলশৰ অতি পুৰণি প্ৰসিদ্ধ বিলেশ্বৰ দেৱালয়ৰ কাৰণে বেচি জনাজাত। ইয়াৰ বাসিন্দাসকলো প্ৰায়েই আৰ্থিকভাৱে স্বচ্ছল আৰু শিক্ষা দীক্ষাতো বহু আগবঢ়া। উক্ত বেলশৰ গাওঁতে স্বৰ্গীয় ভকত ৰাম বৰ্মনৰ ঔৰসত আৰু স্বৰ্গীয়া মঠো প্ৰিয়া বৰ্মনৰ গৰ্ভত ১৯৩১ চনৰ ১২ অক্টোবৰ তাৰিখে কৃতবিদ্য চিকিৎসক, জ্যেষ্ঠ ৰাজনীতিক ডাঃ ভূমিধৰ বৰ্মনৰ জন্ম হয়। পিতৃ ভকত ৰাম এজন সৎ আৰু সফল ব্যৱসায়ীৰ উপৰি এগৰাকী ভাল খেতিয়কো আছিল।

তেখেতৰ মাতৃও এগৰাকী সু-গৃহিনী-সাত্বিক ধৰ্মপৰায়ণা মহিলা আছিল। ডাঃ বৰ্মনে সোণৰ চামুচ মুখত লৈ জন্ম গ্ৰহণ কৰা নাছিল। সৰুৰে পৰা পিতাকৰ ব্যৱসায় আৰু খেতিৰ কামত সম্পূৰ্ণ সহযোগ কৰি গাওঁৰ পৰিবেশতে ডাঙৰ দীঘল হৈছিল। শিশু ভূমিধৰ স্থানীয় প্ৰাইমাৰী স্কুলৰ পৰাই পাঠশালাৰ ডেউনা পাৰহৈ টিহু হাইস্কুলত ভৰ্ত্তি হয় আৰু তাৰে পৰাই ১৯৫১ চনত প্ৰবেশিকা পৰীক্ষা

পাছ কৰে। ডেকা ভূমিধৰ হাইস্কুলত পঢ়ি থকা কালৰ পৰাই বিভিন্ন সামাজিক কামৰ লগত জড়িত আৰু আগৰণুৱা আছিল। প্ৰবেশিকা পৰীক্ষা পাছ কৰাৰ পিছত কটন কলেজৰ পৰা আই, এছ, ছি পাছ কৰি ১৯৫৩ চনত ডিব্ৰুগড়ত 'অসম চিকিৎসা মহাবিদ্যালয়ত' ভৰ্ত্তি হয়। ডেকা ভূমিধৰৰ জীৱনৰ উদ্দেশ্য আছিল ডাক্তৰী বিদ্যা পাছ কৰি এজন ভাল চিকিৎসক হিচাপে গাওঁৰ দুখীয়া জনসাধাৰণৰ মাজত থাকি মানৱ সেৱাৰ কামত ব্ৰতী হোৱা। ১৯৫৮ চনত অসম চিকিৎসা মহাবিদ্যালয়ৰ পৰা সুখ্যাতিৰে এন. বি বি এছ পৰীক্ষাত উত্তীৰ্ণ হয়। ডাক্তৰ হৈ প্ৰথমতে নিজৰ গাওঁ বেলশৰতে ব্যক্তিগত চিকিৎসক হিচাপে চিকিৎসাৰ কাম আৰম্ভ কৰি জীৱনৰ পাতনি মেলে। চিকিৎসক হিচাপেও ডাঃ বৰ্মনৰ খ্যাতি আছিল। ৰোগীৰ প্ৰতি থকা তেখেতৰ আন্তৰিকতা আৰু মৰমৰ কাৰণে গাওঁৰ মানুহৰ মাজত অতি সোনকালে প্ৰিয়ভাজন হৈ উঠিছিল। ডাক্তৰি বিদ্যাৰে আৰ্জ্জিত ধনেৰে নিজে চহকী হোৱাতকৈ দুখীয়া জনসাধাৰণৰ সেৱাহে তেখেতৰ মুখ্য আছিল। তেওঁ আৰ্থিকভাৱে দুৰ্বল অভাৱী মানুহৰ (ৰোগীৰ) পৰা ডাক্তৰৰ মাননী (fees) পৰ্য্যন্ত নলৈছিল। পিচত কৰ্মক্ষেত্ৰৰ পৰিসৰ বৃদ্ধিৰ বাবে গোলমাৰাতো এটা চিকিৎসা কেন্দ্ৰ খুলিছিল।

১৯৬৩ চনত ডাঃ বৰ্মনে অসম চৰকাৰৰ স্বাস্থ্য বিভাগত সহকাৰী শল্য চিকিৎসক হিচাপে চৰকাৰী চাকৰিত যোগদান কৰে। চাকৰী কৰি থকা সময়তেই তেখেতে নলবাৰীৰ প্ৰসিদ্ধ কংগ্ৰেছ নেতা গান্ধীবাদী শ্ৰীমান প্ৰফুল্ল গোস্বামী, অসমৰ জনপ্ৰিয় নেতা ৰাজনীতিবিদ প্ৰযাত মহেন্দ্ৰ মোহন চৌধুৰী আদি প্ৰখ্যাত কংগ্ৰেছ নেতাৰ সান্নিধ্যলৈ অহাৰ সুযোগ পায় আৰু লাহে লাহে ৰাজনীতিৰ ফাললৈ ঢাল খায়। ১৯৬৭ চনত হবলগা অসম বিধান সভাৰ সাধাৰণ নিৰ্বাচনত প্ৰতিদ্বন্দ্বীতা কৰাৰ মানসেৰে ১৯৬৬ চনত চৰকাৰী চাকৰী ইস্তফা দি ৰাজনৈতিক জীৱনৰ পাতনি মেলে। ১৯৬৭ চনৰ বিধান সভাৰ নিৰ্বাচনত পশ্চিম নলবাৰী সমষ্টিৰ পৰা কংগ্ৰেছ প্ৰাৰ্থী হিচাপে প্ৰতিদ্বন্দ্বীতা কৰি অসম বিধান সভালৈ নিৰ্বাচিত হয়। ১৯৭২ চনৰ নিৰ্বাচনতো একেটা সমষ্টিৰ পৰাই পুনৰ নিৰ্বাচিত হয় আৰু শ্ৰীশৰৎ চন্দ্ৰ সিংহ মন্ত্ৰীসভাৰ ৰাজ্যিক মন্ত্ৰী হিচাপে কাৰ্য্যনিৰ্বাহ কৰে। এই সময়ছোৱাৰ ভিতৰত ডাঃ বৰ্মন এজন দক্ষ ৰাজনীতিক হিচাপে নিজক প্ৰতিষ্ঠিত কৰিবলৈ সক্ষম হয়। ১৯৮৩ চনৰ নিৰ্বাচনতো ডাঃ বৰ্মন একেটা সমষ্টিৰ পৰাই

তৃতীয়বাৰ নিৰ্বাচিত হৈ প্ৰয়াত হিতেশ্বৰ শইকীয়া মন্ত্ৰীসভাৰ এজন কেবিনেট মন্ত্ৰীৰূপে কাৰ্য্যনিৰ্বাহ কৰে। ডাঃ বৰ্মনে মন্ত্ৰী হিচাপে তেখেতৰ ওপৰত ন্যস্ত কৰা বিভাগ যেনে – স্বাস্থ্য, শিক্ষা, সমবায়, অসম চুক্তি ৰূপায়ন আদি বিভাগৰ কাম দক্ষতাৰে পৰিচালনা কৰিবলৈ আৰু নিজৰ কামৰ জৰিয়তে ৰাইজৰ প্ৰিয়ভাজন হবলৈ সমৰ্থ হয়। ১৯৮৫ চনৰ নিৰ্বাচনত অগপ ঢৌৰ সময়ত পূৰ্বৰ সমষ্টিৰ পৰাই পুনৰ প্ৰতিদ্বন্দ্বীতা কৰিছিল যদিও পৰাজয় বৰণ কৰে। নিৰ্বাচনত পৰাজয় বৰণ কৰাৰ পিচতো তেখেত জনতাৰ সেৱাৰ পৰা আতৰি থকা নাছিল। নিজা গাওঁ বেলশৰ আৰু সোলমাৰাত চিকিৎসা সেৱাৰ জৰিয়তে জনতাৰ কল্যাণৰ কামত ব্ৰতী হৈ থাকে। কোনো সফল ৰাজনীতিকে ৰাজনীতিৰ পৰা আতৰি বেচিদিন নিৰামুহী হৈ থাকিব নোৱাৰে। ডাঃ বৰ্মনেও পুনৰ ১৯৯১ চনৰ বিধান সভাৰ নিৰ্বাচনৰ বৰক্ষেত্ৰী সমষ্টিৰ পৰা কংগ্ৰেছ প্ৰাৰ্থী হিচাপে প্ৰতিদ্বন্দ্বীতা কৰি চতুৰ্থ বাৰলৈ অসম বিধান সভালৈ নিৰ্বাচিত হয় আৰু প্ৰয়াত হিতেশ্বৰ শইকীয়া মন্ত্ৰী সভাৰ জ্যেষ্ঠ কেবিনেট মন্ত্ৰী হিচাপে কাৰ্য্যনিৰ্বাহ কৰে। ডাঃ বৰ্মন ১৯৬৭ চনৰ পৰাই অসমৰ ৰাজনীতিৰ লগত নিবিড়ভাৱে জড়িত। ৰাজনীতিক হিচাপে তেখেত বহুকাল অসম চৰকাৰৰ কেবিনেট মন্ত্ৰী আনকি ৰাজ্যৰ মুখ্যমন্ত্ৰীৰ দৰে সন্মানীয় আৰু দায়িত্বপূৰ্ণ পদতো অধিষ্ঠিত হৈছিল যদিও গদৱীৰ ভেম বা ফিতাহী তেখেতৰ চৰিত্ৰত মুঠেও দেখা নাযায়। এটা সময়ত ডাঃ বৰ্মন অসমৰ অৰ্থনৈতিক পৰিকল্পনা আৰু উন্নয়ন পৰিষদৰ (Economic Planing and Development Board) অধ্যক্ষৰ দায়িত্বতো কাৰ্য্যনিৰ্বাহ কৰিছিল। সহজ সৰল জীৱন যাপন কৰি ভালপোৱা এজন জনগণৰ সেৱক হিছাপে ডাঃ বৰ্মন ৰাইজৰ প্ৰিয়পাত্ৰ সকলোৱে শ্ৰদ্ধা কৰে। গাওঁৰ সাধাৰণ মানুহেও কোনো অসুবিধা নোপোৱাকৈ তেখেতক দেখা কৰি মুকলি ভাৱে সভাৰ অভিযোগৰ কথা কব পাৰে। আজৰি সময় পালেই সমষ্টিলৈ গৈ স্থানীয় সভাৰ অভিযোগ সম্বন্ধে ৰাজিৰ লগত আলোচনা বিলোচনা কৰাটো ডাঃ বৰ্মনৰ তালিকাভুক্ত কাম। উগ্ৰপন্থী সংগঠনে তেখেতৰ জীৱনৰ ওপৰত কেবাবাৰো আক্ৰমণ চলায় যদিও ভগৱানৰ কৃপাত প্ৰত্যেক বাৰেই কোনো আঘাত পৰ্য্যন্ত নোপোৱাকৈ ৰক্ষা পৰে। ডাঃ বৰ্মনৰ মতে ভগৱানৰ ওপৰত তেখেতৰ যি অগাধ বিশ্বাস আৰু ভক্তি সেয়েই তেখেতৰ জীৱনৰ ৰক্ষা কবচ। 'মাৰে হৰি ৰাখে কোন' – ৰাখে হৰি মাৰে কোন' তেখেতৰ বিশ্বাস।

চৰকাৰী দায়িত্বৰ উপৰিও নলবাৰী জিলা ইন্দিৰা কংগ্ৰেছৰ সভাপতিৰ দায়িত্বতো বহুদিন আছিল। তেখেত অসম প্ৰদেশ (ইন্দিৰা) কংগ্ৰেছৰো সাধাৰণ সম্পাদক, উপ সভাপতি, সভাপতি আদি বিভিন্ন পদৰ দায়িত্বত থাকি সুচাৰুৰূপে সংগঠনৰ কাম পৰিচালনা কৰিছিল। ডাঃ বৰ্মন নিখিল ভাৰত ইন্দিৰা কংগ্ৰেছ কমিটিৰো সদস্য আছিল। মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াৰ আকস্মিক বিয়োগত ৰাজ্যৰ মুখ্যমন্ত্ৰীৰ দায়িত্বও তেখেতৰ কান্ধতেই জাপি দিয়া হৈছিল আৰু কম সময়ৰ বাবে হলেও ডাঃ বৰ্মনে সেই দায়িত্ব নিষ্ঠাৰে তথা দক্ষতাৰে পালন কৰি তেখেতৰ শাসকীয় অভিজ্ঞতা আৰু কৰ্মনিষ্ঠাৰ পৰিচয় দিছিল। তেখেতৰ ওপৰত ন্যস্ত যি কোনো দায়িত্ব নিষ্ঠা আৰু আন্তৰিকৰে নিয়াৰীকৈ সম্পন্ন কৰিব পৰাটো তেখেতৰ চাৰিত্ৰীক গুণ। কামৰ সৰু ডাঙৰ বিচাৰ নকৰি তাক সকলোৰে মনঃপুত হোৱাকৈ সমাধান কৰাটোহে তেখেতৰ লক্ষ্য। সেয়েহে প্ৰায় সকলো স্তৰৰ লোকৰে তেখেত আস্থা ভাজন আৰু প্ৰিয়।

গান্ধী বিনোবাৰ আদৰ্শৰ প্ৰতি ডাঃ বৰ্মন যথেষ্ঠ শ্ৰদ্ধাশীল আৰু বিশ্বাসী। নিজে সদায় শুদ্ধ খাদী কাপোৰহে ব্যৱহাৰ কৰে। তেখেতেবিশ্বাস কৰে যে খাদী কাপোৰৰ মূল্যৰ এটা বুজন পৰিমান দুখীয়া কাটুনী-বোৱনীৰ হাতলৈ যায়। মহাত্মা গান্ধীৰ আদৰ্শত প্ৰতিষ্টিত অনুস্থান-প্ৰতিষ্ঠানৰ প্ৰতিও তেখেতৰ গভীৰ বিশ্বাস আছে। তেনে অনুস্থান-প্ৰতিষ্ঠানৰ 'কৰ্ম' আচনিৰ প্ৰতি তেখেতৰ এটা কৌতুহল তথা অনুসন্ধিৎসু মনৰ ভূ পোৱা যায়। গ্ৰাম্য অৰ্থনীতি সবল কৰণৰ আহিলা স্বৰূপ এনে অনুস্থান-প্ৰতিষ্ঠান সমূহৰ সুপৰিচালনা আৰু কৰ্ম আচনি ৰূপায়নৰ প্ৰতি তেখেত সদায় সহানুভুতিশীল।

ভগৱানৰ ওচৰত ডাঃ বৰ্মনৰ দীৰ্ঘায়ু কামনাৰে।●

---

লিখক কামাখ্যা প্ৰসাদ দাস সাধাৰণ সম্পাদক সদৌ ভাৰত মুক্তি যুজাৰু সমিতি, প্ৰতিস্থাপক সাধাৰণ সম্পাদক, অসম মুক্তি যুজাৰু সন্মিলন। ১৯৩৬ চনৰ পৰাই খাদী বস্ত্ৰ পৰিধান কাৰী আৰু খাদী আন্দোলনৰ লগত জড়িত । ভাৰতৰ স্বাধীনতা আন্দোলনৰ মুক্তি যুজাৰু, প্ৰখ্যাত সমাজকৰ্মী, গান্ধীবাদী আৰু মুক্তি যুজাৰু পেঞ্চনভোগী। বৰ্ত্তমান ৰাজ্যিক মুক্তি যুঁজাৰু এড্‌ভাইচাৰী বোৰ্ডৰ সদস্য।

# অসম সাহিত্য সভাৰ ৪৩ তম্ টিহু অধিবেশন আৰু ডাঃ ভূমিধৰ বৰ্মনৰ অৰিহনা

পূৰ্ণ চন্দ্ৰ পাঠক

টিহু এখন নলবাৰী জিলাৰ অন্তৰ্গত সৰু চহৰ। ১৯৭৬ চনলৈ আনকি তাৰ আগৰ পৰাই টিহু অঞ্চলত উল্লেখনীয় তেনে কোনো সামাজিক, সাংস্কৃতিক উল্লেখযোগ্য অনুস্থান-প্ৰতিষ্ঠান নাই বুলিলেই হয়। সৰু চহৰ, মোটামুটি ভাবে ধান, মৰাপাটৰ এক মজলীয়া ব্যৱসায় কেন্দ্ৰ হিচাবে জনাজাত। উচ্চশিক্ষাৰ ক্ষেত্ৰত সেই সময়ত টিহু কলেজ (অকল আৰ্টচ কলেজ) খন আৰু টিহু হাইস্কুল খনেই উল্লেখনীয়। যাতায়ত ব্যৱস্থা বুলিবলৈ সেই একমাত্ৰ টিহু ফিদাৰ ৰাস্তাটোহে, ৰেল ষ্টেচনৰ পৰা নাথকুছি হাইৱেলৈ। কেচা, গ্ৰেভেল ৰ'দ। টিহুৰ পৰা সৰ্থেবাৰীলৈ যাবলৈও ভাল, ওৰে বছৰে যাব পৰা ৰাস্তা ঘাটৰ সুবিধা প্ৰায় নায়েই। ইপিনে কৈঠালকুছিহে চামতা বেলশৰলৈ যাবলৈও যথেষ্ট কষ্টকৰ। ৰেল ষ্টেচনটো আছে আৰু গুৱাহাটীলৈ আহিবলৈ একমাত্ৰ ৰাজ্যিক পৰিবহনৰ এখন ৰঙা বাছ চলে। সমগ্ৰ দিনটোৰ বাবে টিহুৰ পৰা গুৱাহাটী, পাঠশালা বা বৰপেটালৈ যাবলৈ একো সুবিধাই নাছিল বুলিব লাগে। সাহিত্য সংস্কৃতিৰ ক্ষেত্ৰত অৱশ্যে টিহুৰ ৰাইজৰ অনুৰাগ আগৰে পৰাই আছিল আৰু আজিও আছে। উদ্যোগ বুলিবলৈ ধানকল দুটামানৰ বাহিৰে (সেই কেইটা বৰ্ত্তমান নিশ্চিহ্ন হৈছে) একো নাই। চৰকাৰী বিভাগৰ কোনো উল্লেখযোগ্য কাৰ্য্যালয় টিহুত নাছিল এতিয়াও অৱশ্যে নাই। এতেকে কোনো উচ্চ পদস্থ বিষয়াও নাছিল। অৰ্থাৎ কবলৈ গলে টিহু নগৰখন এক আওহতীয়া সম্বলহীন, যাতায়তৰ অসুবিধা থকা, চৰকাৰী আবাস অনুস্থান হীন এক গনবিচ্ছিন্ন অঞ্চল। তৎ সত্বেও ১৯৭৫ চনত তিতাবৰত অনুষ্ঠিত ৪২ তম্ অসম সাহিত্য সভাই তাৰ পৰৱৰ্ত্তী অধিবেশন টিহুতেই পাতিবলৈ সন্মতি প্ৰদান কৰে। দুয়োটা অধিবেশনৰ মাজত সময় প্ৰায় ১০ মাহ। অসম সাহিত্য সভাৰ লেখীয়া এক বৃহৎ জাতীয় অনুষ্ঠানৰ বাৰ্ষিক অধিবেশন টিহুৰ দৰে ক্ষুদ্ৰ

চহৰ এখনত সাফল্যৰে পাতিবলৈ এই সময় তেনেই তাকৰ। কাজেই টিহু শাখা সাহিত্য সভাৰ ওপৰত গধুৰ বোজা আহি পৰে।

অসম সাহিত্য ৪৩ তম্ টিহু অধিবেশনৰ পটভূমিতেই আমি উল্লেখ কৰিব ওলাইছোঁ তেতিয়াৰ ৰাজহ মন্ত্ৰী ডাঃ ভূমিধৰ বৰ্মনৰ একক প্ৰচেষ্টাৰ এটি দিশ। সবাতোকৈ উল্লেখনীয় দিশটো আছিল সাহিত্য সভাৰ বুৰঞ্জীত পোনপথম বাৰৰ বাবে ভাৰতৰ ৰাষ্ট্ৰপতি মহোদয়ৰ দ্বাৰাই সভাৰ মূল অধিবেশনৰ উদ্বোধন পৰ্ব্ব। টিহু সাহিত্য সভাৰ অধিবেশন খনিৰ অভৎৰ্থনা সমিতিৰ (যিখন আটাইতকৈ গুৰুত্ব পূৰ্ণ সমিতি) সভাপতিৰ পদ অপৰ্ণ কৰা হৈছিল তেতিয়াৰ শৰৎ সিংহ মন্ত্ৰী সভাৰ ৰাজহ মন্ত্ৰী ডাঃ বৰ্মনৰ ওপৰত। এক তিাস্তই গধূৰ দাযিত্ব। গধূৰ দায়িত্ব বুলি এই বাবেই কৈছোঁ যে টিহুৰ সামাজিক অৱস্থা ইতিমধ্যে কোৱা হৈছে য'ত যাতায়তৰ বিশেষ সুবিধা নাই, য'ত বিত্তীয় অনুদানৰ উৎস প্ৰায় শূন্য, য'ত থকা মিলা আবাস আদিৰ অভাৱ, হোটেল ৰেষ্টুৰা নাই-- য'ত খোৱা পানী টুপিৰ অভাৱ, সুচিকিৎসাৰ একো প্ৰতিস্থানেই নাই-- ইত্যাদি এশ এবুৰি সমস্যাৰ মাজত সাহিত্য সভাৰ লেখীয়া এক ব্যয়বহুল জনমুখী অধিবেশন সফল ভাবে অনুষ্ঠিত কৰা। কিন্তু অত্যন্ত কৰ্ম তৎপৰ তথা কামকৰি ভাগৰি নপৰা ডাঃ বৰ্মনৰ সভাপতিত্ত্বত অভ্যৰ্থনা সমিতিয়ে অতি নিয়াৰিকৈ আৰু পৰিকল্পিত ভাবে কেবাখনো শাখা সমিতি গঠন কৰি (প্ৰায় ১৫ খন) তেখেতৰ তত্বাবধানতে একোজন সুদক্ষ লোকৰ অধীনত সুকীয়া দায়িত্ব ভাৰ দি প্ৰতিটো দিশতে তীক্ষ্ণ দৃষ্টি ৰাখিছিল। অভ্যৰ্থনা সমিতিৰ দায়িত্ব সদায় প্ৰশ্নাতীত ধৰণে অসীম। বিশেষকৈ এনে ব্যয় বহুল আয়োজনৰ বাবে বিত্ত সংগ্ৰহ ব্যৱস্থাটো অতি জটিল, কষ্টকৰ আৰু সময় নিৰ্দ্ধাৰিত। বিত্ত সংগ্ৰহৰ দলত এই লিখকো কমবেছি পৰিমাণে জড়িত আছিল। সেই সময়ত ঘটা সৰু কথা দুটামান মনত পৰিছে। ডাঃ বৰ্মন আছিল ৰাজহ মন্ত্ৰী। এতেকে তেখেতৰ চৰকাৰী কামৰ হেচাও প্ৰবল। সাহিত্য সাহিত্য সভাৰ গধূৰ কামৰ মাজতো কিন্তু তেখেতে চৰকাৰী কামৰ অৱহেলা মুঠেই কৰা নাছিল আৰু যেতিয়াই সাহিত্য সভাৰ কামত আমি তেখেতৰ বিভিন্ন (সভা সংক্ৰান্তীয়) প্ৰগ্ৰেমত লগৰীয়া হৈছিলোঁ - তেখেতে কিন্তু চৰকাৰী গাড়ী ব্যৱহাৰ কৰা নাছিল। আমি প্ৰায়ে এখন পাতল মাটিয়া ৰঙৰ, কেৰকেৰ শব্দ কৰা এম্বেচদৰ গাড়ী এখন ভাৰা কৰিহে অসমৰ ইমূৰ সিমূৰলৈ ঘূৰিছিলোঁ। এইটো কলে অত্যুক্তি কৰা নহব যে সভালৈ ৬ মাহ মান থকালৈকে

তেওঁ প্ৰায় নিজৰ ঘৰত শুবই পৰা নাছিল। যাত্ৰাকালত গাড়ীতেই তেওঁ ভালকৈ টোপনি মাৰি গৈছিল। প্ৰায়ে এনে যাত্ৰাত পিচৰ চিটত বহি এই লেখকৰ বাও কান্ধত মূৰ থৈ টোপনি যোৱা দৃশ্য এতিয়াও সজীৱ হৈ আছে। এদিন ৰাতিপুৱা যোৰহাট চাৰ্কিট হাউচত ব্ৰেকফাষ্টৰ সময়ত তেখেতৰ টোপনিৰ প্ৰসঙ্গত গাড়ীত শুৱা এই অব্যাসটোৰ কথা ওলাওতে জনাইছিল যে তেওঁ সেই অব্যাসটো প্ৰয়াত মুখ্যমন্ত্ৰী মহেন্দ্ৰ মোহন চৌধুৰীৰ পৰা পোৱা বুলি কৈছিল। উল্লেখ কৰা ভাল যে টিহু অধিবেশনত অৰ্থৰ নাটনি হোৱা নাছিল, বৰং কিছু ধন ৰাহিহে হৈছিল যাৰ সহায়ত, টিহু কলেজৰ ওচৰতে, টিহু শাখা সভাৰ স্থায়ী মাটিত (যাদব শৰ্মা দেৱে দান কৰা) স্থায়ী ভৱন নিৰ্মান কৰা হ'ল। আৰু উল্লেখ কৰা যায় যে টিহু অধিবেশনত সমবেত হোৱা সাহিত্যনুৰাগী সকলৰ বাবে সাজি উলিওৱা সামুহিক ভোজনালয়ত একেবাৰতে ২৫০০ (আঢ়ৈ হেজাৰ) লোকে খাদ্য গ্ৰহণ কৰিছিল। আমি ডাঃ বৰ্মনক দেখিছিলো, খাদ্য গৃহতো সুধীবৃন্দৰ খা-খবৰ লবলৈ তেওঁ পাহৰা নাছিল। টিহু অধিবেশনৰ মুখ্য পৃষ্ঠপোষক আছিল প্ৰয়াত ৰাষ্ট্ৰপতি মাননীয় ফখৰুদ্দিন আলি আহমেদ। তেখেত সপত্নীক উপস্থিত থাকি, ১৯৭৬ চনৰ ২ ফেব্ৰুৱাৰীৰ দিনাখন দিনৰ প্ৰায় ২ বজাত মূল অধিবেশন উদ্বোধন কৰিছিল। সেই সময়ৰ অসমৰ মুখ্যমন্ত্ৰী মাননীয় শৰৎ সিংহদেৱ আছিল পৃষ্ঠপোষক। প্ৰয়াত হিতেশ্বৰ শইকীয়াদেৱ আছিল মুখ্য উপদেষ্টা। একাধিকবাৰ সিংহ ডাঙৰীয়া আৰু শইকীয়াদেৱ টিহুলৈ আহি অভ্যৰ্থনা সমিতিৰ নানা কামৰ বুজ লোৱাৰ উপৰিও অন্যান্য কৰ্মী সকলক উৎসাহ যোগাইছিল। টিহু অধিবেশনত হঠাতে আৰু এটি সমস্যাই দেখা দিছিল। সেইটো হ'ল অধিবেশন পোনতে ১৯৭৬ চনৰ মাৰ্চ মাহৰ প্ৰথম সপ্তাহত হোৱা কথা আছিল। কিন্তু হঠাতে ৰাষ্ট্ৰপতিৰ অসম ভ্ৰমণৰ সূচীৰ বাবে প্ৰায় এমাহ সময় আগুৱাই দিব লগা হ'ল। বিভিন্ন সমিতিৰ মাজত হুৱা-দুৱা লাগি পৰিছিল। বিশেষকৈ আৱাস সমিতিৰ অৱস্থা পুতৌ জনক হৈছিল। টিহু অধিবেশনৰ সভাপতি নিৰ্বাচিত হৈছিল প্ৰথিতযশা সাহিত্যিক প্ৰয়াত যজ্ঞেশ্বৰ শৰ্ম্মাদেৱ। তেখেতৰ উপৰিও কবি সন্মিলনীয় সভাপতি আছিল কলিকতাৰ প্ৰখ্যাত কবি বুদ্ধদেৱ দাশগুপ্ত। ইপিনে ৰাষ্ট্ৰপতিৰ ভ্ৰমণ সম্পৰ্কতো অলেখ V I. P ৰ সমাগমে, কৰ্মকৰ্তা সকলক চিন্তিত কৰি তুলিছিল। কিন্তু ইমান জটিল পৰিস্থিতিটো অতি সুস্থিৰ ভাবে ডাঃ বৰ্মনে সকলোকে আশ্বস্ত কৰাই নহয়, অভয় প্ৰদান কৰি সাহসেৰে সমস্যাৰ সন্মুখীন হৈ পৰিস্থিতি চম্ভালিব পাৰিছিল।

পোনপ্ৰথম বাৰলৈ টিহু সাহিত্যসভা অধিবেশন মহা আৰম্বড়েৰে আৰু বিশাল জনতাৰ অংশ গ্ৰহণে সাহিত্যনুৰাগী সকলৰ লগতে অকুণ্ঠ সহাৰি লাভকৰাৰ মূলতে হল ইয়াৰ নিয়মানুবৰ্ত্তিতা আৰু উভৈনদী ব্যৱস্থাপনা। কিন্তু ইয়াৰ গুৰিতে হল চৰকাৰৰ মুকলি সহায় সহযোগিতা অসম সাহিত্য সভাই চৰকাৰী অনুদান সাপেক্ষে এই ব্যয়বহুল বিশাল আয়োজন সম্ভৱপৰ কৰি তুলিলে। বিভিন্ন চৰকাৰী বিভাগে-বিশেষকৈ গড়কাপ্তানী, জনস্বাস্থ্য কাৰিকৰী বিভাগ, বন বিভাগ, জনসম্পৰ্কৰক্ষী বিভাগ তথা ৰাজহ বিভাগ আদি সকলো বিভাগ সমূহে নিৰ্ব্বিচাৰে সহায়ৰ হাত আগ বঢ়োৱা হেতু টিহুৰ দৰে এখন ক্ষুদ্ৰ চহৰত, কম সময়ৰ ভিতৰতে ৰাস্তা-ঘাট পকী কৰণ, চিকিৎসালয় খন উন্নীত কৰণ, খোৱা পানীৰ ব্যৱস্থা, বিদ্যুৎ বিভাগৰ উন্নতসেৱা আদিৰ জৰিয়তে টিহুৰ বহুতো মৌলিক সমস্যাৰ সমাধান হৈছিল। সেয়েহে এই চৰকাৰী সুবিধাসমূহ আদায় কৰাৰ বাবেই পিচৰ কেইবাখনো অধিবেশন অসমৰ বিভিন্ন ঠাইত আৰম্বৰেৰে অনুষ্ঠিত কৰাৰ বাবে আগবাঢ়ি আহে। এই ক্ষেত্ৰত টিহু অধিবেশনক একপ্ৰকাৰ বাটকটীয়া বুলিব পাৰি। অৱধাৰিত ভাবেই এই বিলাক কামৰ গুৰু দায়িত্ব ডাঃ বৰ্মনৰ ওপৰতে পৰিছিল আৰু সুচাৰুৰূপে সেইবোৰ সম্পন্ন কৰাও হৈছিল। মানুহজনৰ কৰ্মশক্তি তেওঁৰ ঘোৰ শত্ৰুইও স্বীকাৰ কৰিব লাগিব। টিহু সাহিত্য সভা ১৯৭৬ চনৰ ১, ২, ৩ ফেব্ৰুৱাৰী তাৰিখে অতি নিয়াৰিকৈ সুসম্পন্ন হোৱাৰ মূলতে ডাঃ বৰ্মনৰ অক্লান্ত কৰ্মপ্ৰেৰণা, তীক্ষ্ণ বুদ্ধি আৰু মানুহক উদ্বুদ্ধ কৰিব পৰা ক্ষমতাৰ প্ৰতিফলন আছিল। সেই সময়ৰ অসমৰ বাতৰি কাকতৰ হিচাপমতে টিহুৰ লখিমী পথাৰত সমবেত হোৱা সাহিত্যপ্ৰেমীৰ সংখ্যা ৫ লক্ষাধিক লোকৰো ওপৰত।

ডাঃ বৰ্মনৰ দীঘলীয়া সামাজিক জীৱনৰ কৰ্মোদ্যম অটুট থাকক — এইয়ে কামনা।●

---

প্ৰবন্ধকাৰ এগৰাকী অভিযন্তা (ব্যৱহাৰিক) সাহিত্যিক আৰু সমাজকৰ্মী।



অসম সাহিত্য সভাৰ ৪৩ তম্ টিহু অধিবেশনৰ মূখ্য পৃষ্ঠপোষক তথা উদ্বোধক সেই সময়ৰ ভাৰতৰ ৰাষ্ট্ৰপতি প্ৰয়াত ফখৰুদ্দিন আলি আহমদ। ২ ফেব্ৰুৱাৰী ১৯৭৬ চন।



অসম সাহিত্য সভাৰ ৪৩ তম্ টিহু অধিবেশনৰ পৃষ্ঠপোষক সেই সময়ৰ অসমৰ মুখ্যমন্ত্ৰী মাননীয় শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ ছাৰৰ লগত অভ্যাৰ্থনা সমিতিৰ সভাপতি ৰাজহ মন্ত্ৰী ডাঃ ভূমিধৰ বৰ্মন। সেই সময়ৰ প্ৰদেশ কংগ্ৰেছৰ সভাপতি প্ৰয়াত ললিত চন্দ্ৰ দলৈ, অভিযন্তা শ্ৰীপূৰ্ণ চন্দ্ৰ পাঠক আৰু সমিতিৰ কৰ্মকৰ্ত্তাসকল সভাথলী পৰিদৰ্শন কৰি থকা মুহূৰ্ত্তত।



অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী প্ৰয়াত হিতেশ্বৰ শইকীয়া,
ড° হেমপ্ৰভা শইকীয়া, ডাঃ ভূমিধৰ বৰ্মন আৰু প্ৰাক্তন সভাপতি অসম প্ৰদেশ
কংগ্ৰেছ কমিটি প্ৰয়াত নকুল চন্দ্ৰ দাস।



ডাঃ ভূমিধৰ বৰ্মন "অভিনন্দন গ্ৰন্থ"ৰ সম্পাদক শ্ৰীহৰেন্দ্ৰ মোহন তালুকদাৰ।

# ডাঃ ভূমিধৰ বৰ্মনক যিদৰে জানো

✍ ড° সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী



টিহু এখন নলবাৰী জিলাৰ অন্তৰ্গত সৰু চহৰ। চহৰ বুলিলেও আচলতে গাঁও যেনেই, নগৰৰ আদব-কায়দাৰ গঢ় লৈ উঠা এখন বেপেৰুৱা ঠাই, ধানৰ কাৰবাৰ বৰ ভাল। মানুহ বিলাকো উদ্যমী, সাহসীও, টকা-পইচা ভাল কামত খৰছ কৰিবলৈকো বহল মনৰ, কেৱল আৰ্থিক দিশতেহে আনবোৰ তেনেকুৱা চহৰৰ দৰে উন্নত নহয়। তথাপি অঞ্চলটোৰ সাহিত্য সভা প্ৰেমী ৰাইজৰ সন্মতিক্ৰমে অসম সাহিত্য সভাৰ মূলত অধিবেশন অনুষ্ঠিত কৰিবলৈ সাহস কৰিছিল। গোটেই কামৰূপৰ ৰাইজ উঠি পৰি লাগিছিল, তামোল-পানৰ শৰাই দি গলবস্ত্ৰ হৈ নিমন্ত্ৰণ কৰিছে যেতিয়া আলহী-অতিথিৰ সংখ্যা যিমানে নহ'ক থকা-খোৱাৰ সুবিধা দিব লাগিব। তাতে আকৌ সেইবাৰৰ অধিবেশনৰ সন্মানিত বিশিষ্ট ঘাই গৰাকী আলহী হ'ল সেই সময়ৰ ভাৰতৰ পহিলা নম্বৰৰ নাগৰিক খোদ ৰাষ্ট্ৰপতি ফখৰুদ্দিন আলি চাহেব, টিহুৰ খেল পথাৰত নামিবহি হেলিকোপ্টাৰ যোগে। টিহু অঞ্চলৰ ৰাইজৰ কাৰণে ই কম ডাঙৰ কথানে? অসম সাহিত্য সভাৰ ইতিহাসতো ই এটা নোহোৱা নোপজা কৃতিত্বৰ কথা। অসম সাহিত্য সভাও কমটি অনুষ্ঠান নহয়, সভাই এক বুলিলে অসমীয়াৰ দুই বোলাৰ সাহস নাই। গতিকে এনেকুৱা পৰিবেশত টিহু অঞ্চলৰ ৰাইজৰ মাজত উখল মাখল; ল'ৰা-তিৰোতা, বুঢ়া-মেথা চবৰে গাত গোঁসাই নাই, অভ্যৰ্থনাত দোষ থাকিব নোৱাৰে।

সেই টিহু অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল ডাঃ ভূমিধৰ বৰ্মন। তেওঁ পিচে বহুজনৰ মাজত চকুত পৰা জাকত-জিলিকা দেখনিয়াৰ লোক নহয়। ধৰধৰীয়া সূতাৰ ধূতি-পাঞ্জাবী পিন্ধা চাধা-চিধা ধুনপেছ মাৰিব নজনা মজলীয়া

চেহেৰাৰ হোজা প্ৰকৃতিৰ মাজ বয়সৰ কৰ্মব্যস্ত এজন ডেকা। কথা-বতৰা, চাল-চলন, অঙ্গী-ভঙ্গী, হাঁহি-ধেমালি আদি সকলো বিষয়তে গাঁৱৰ কৃষকৰ সন্তানৰ স্পষ্ট ছাপ; কতো কৃত্ৰিমতাৰ আঁচোৰ পৰা ভদ্ৰতা নাই, যিখিনি আছিল সি অকৃত্ৰিম, স্বাভাৱিক। সেইটোৱে তেওঁৰ বাহাদুৰী, চাৰিত্ৰিক বৈশিষ্ট্য।

ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ এখন বাছভৰা এজাক ছাত্ৰ-ছাত্ৰীক লগত লৈ সেই টিহুৰ সাহিত্য সভাৰ অধিবেশনত আজীৱন সদস্যৰ প্ৰতিনিধিৰূপে যোগদান কৰিছিলোঁ। অধিবেশনত ব্যক্তিগত ভাৱে মই থকাৰ সুযোগ পাইছিলোঁ কাৰ্যনিৰ্বাহকৰ সদস্যসকলৰ কেম্পত। ল'ৰা-ছোৱালীবোৰক অভ্যৰ্থনা সমিতিয়ে সা-সুবিধা দি আন ঠাইত ৰাখিছিল। তাতে প্ৰধান সম্পাদকে মোক ডাঃ বৰ্মনৰ লগত চিনাকি কৰি দিওঁতে তেওঁ বত্ৰিশটা দাঁত উলিয়াই হাঁহি মাৰি কৈছিল; 'এওঁ আমাৰ গাঁৱৰ কাষতে দিয়ক, নপ্তিপাৰাৰ গহঁঞিও, আমাৰ দেখা-দেখিহে নাই, জানা-শুনা আছে।' কাষৈ কলেজৰ অধ্যাপক মাখিবাহাৰ প্ৰফুল্ল চন্দ্ৰ ভট্টাচাৰ্য্যই তপৰাই মাত দি উঠিছিল—' হাও, আমাৰ ডাক্তৰ গঁহেক নাজনা মানুহ আমাৰ ইয়াৰ নায়ে দেয়ক।' অসম সাহিত্য সভাৰ এনে এটা মধুৰ পৰিবেশত ডাঃ বৰ্মনৰ লগত মোৰ প্ৰথম সাক্ষাত-পৰিচয়। অৱশ্যে তাৰ বহু আগৰে পৰা তেওঁক জানিছিলোঁ, ডাক্তৰ তথা এলোপেথিক চিকিৎসক হিচাপে তেওঁৰ সুনাম হৈছিল শোলমাৰা-বেলশৰক কেন্দ্ৰ কৰি।

আমাৰ সেই অঞ্চলটোত যেনে সৰুক্ষেত্ৰী, ধৰ্মপুৰ, ক্ষেত্ৰী ধৰ্মপুৰ, পকোৱা, উত্তৰ বৰক্ষেত্ৰী আদি পাঁচখনমান মৌজাৰ সৰহ সংখ্যক লোকৰ মুখত ডাক্তৰ হিচাপে ঢকুৱাবান্ধা তথা ককয়াৰ ডাঃ প্ৰতাপ শৰ্মা আৰু ডাঃ বৰ্মনৰ নাম শুনিছিলোঁ। পাচে সৰহ ভাগৰ মুখত এওঁৰ চিনাকি নামটো আছিল 'ভূমি ডাক্তৰ' ৰূপেহে। সেইবোৰ ঠাইৰ গাঁৱৰ দুখীয়া খেতিয়কেই নহয় অৱস্থাপন্নসকলৰ মাজত কথা পাতোঁতে এইজন ডাক্তৰৰ কথা ওলালে বহুতেই আকৌ "আমাৰ ভূমি ডাক্তৰ" বুলিও কোৱা শুনিবলৈ পাইছিলোঁ। এনেকুৱা ধৰণৰ কথাৰ পৰা সহজে অনুমান কৰিব পাৰি তেওঁ সেই অঞ্চলৰ মানুহৰ মাজত ডাক্তৰ হিচাপে কিমান মৰমৰ, কিমান আপোনজন।

ডাক্তৰীক তেওঁ জীৱিকাৰ উপায় হিচাপে ললেও টকা ঘটা ৰমৰমীয়া ব্যৱসায় হিচাপে লোৱা নাছিল। বহু সময়ত ফিজ নলৈছিল, আৰু ললেও যিয়ে যেনেভাৱে

দিছিল তাকে লৈছিল, ধৰাবন্ধা নিৰ্দিষ্ট ফিজৰ লেঠা তেওঁৰ লগত নাছিল বুলি শুনিছিলোঁ। দুখীয়া বহুতক আকৌ ফিজ ঘূৰাই দি সেই টকাৰে ঔষধ কিনিবলৈ উপদেশ দিছিল বুলিও কোৱাকুই কৰা শুনিছিলোঁ। তেনেই ডেকা কালতে নলবাৰীৰ পশ্চিমৰ এটা ব্যাপক অঞ্চলত সৰ্থেবাৰী-মুকালমুৱা-টিহু-হাৰিভাঙা পৰ্য্যন্ত তেওঁ বৰ জনপ্ৰিয় হৈ উঠিছিল। মানুহজন ঠাণ্ডা, ভেম লাহ-বিলাহ নাই, দুখীয়া গাৱঁলীয়া মানুহকো সন্মান কৰে, ডাঙৰ সৰু গুৰু-গোঁসাই মানে পাপ-পূণ্য ধৰ্মাধৰ্মৰ বিচাৰো আছে আৰু যি কিবা বদ্‌গুণ আছিল সেইবোৰ তিমান প্ৰকাশ পোৱা নাছিল, তলপৰি আছিল ইত্যাদি কথাবোৰ দেখি চতুৰ কংগ্ৰেছী নেতা শ্ৰীমান প্ৰফুল্ল গোস্বামী আৰু মহেন্দ্ৰ মোহন চৌধুৰীৰ চকু পৰিল। তেওঁৰ লগতে সহযোগী কেবাজনেও ডাঃ বৰ্মনক কংগ্ৰেছত সুমুৱাই ললে। অৱশ্যে তাৰ আগতে তেওঁ কেইবছৰমানৰ বাবে চৰকাৰী ডাক্তৰ হিচাপে চাকৰীও কৰিছিল ; কিন্তু এম. এল. এ। হৈ মন্ত্ৰী হোৱাৰ কিবা কিবি অংক কৰি তেওঁ নিৰ্বাচনত নামী জয়ী হৈ ওলায়ে আহিল ; তেওঁ নলবাৰী পশ্চিম সমষ্টিৰ পৰাহে এম. এল. এ. হৈছিল। একে সমষ্টিৰ পৰা পিছৰ বাৰো অৰ্থাৎ ১৯৭২ চনতো তেওঁ নিৰ্বাচনত একে পদৰ বাবে জয়ী হৈছিল। এইবাৰ তেওঁৰ শৰৎ চন্দ্ৰ সিংহ মন্ত্ৰীসভাত ৰাজ্যিক মন্ত্ৰীৰ গাদী দখল কৰাৰ সৌভাগ্য হৈছিল। প্ৰথমবাৰ এম. এল. এ. হৈ থাকোঁতেও ডাক্তৰী বিদ্যাৰ চৰ্চা মাজে-মাজে ৰাখিছিল ; কিন্তু মন্ত্ৰীত্বৰ সোৱাদ পায়ে হ'ক অথবা সময় নোপোৱা বাবে হ'ক পিছৰ বাৰ এম. এল এ. হোৱাৰ পাছতো ডাক্তৰী বিদ্যাৰ চৰ্চা একেবাৰে বাদ পৰা নাছিল যদিও কিছু বাধাপ্ৰাপ্ত হৈছিল। তাৰ পাছত তেওঁ কিন্তু নিৰ্বাচনত হাৰিছিল। আকৌ '৮৩ চনত তৃতীয়বাৰ তেওঁ নিৰ্বাচনত জয়ী হৈ এইবাৰ হিতেশ্বৰ শইকীয়া মন্ত্ৰীসভাত একেকোবে কেবিনেট পৰ্য্যায়ৰ মন্ত্ৰীৰূপে শিক্ষা, স্বাস্থ্য আৰু পৰিয়াল-কল্যাণ বিভাগৰ দায়িত্ব লৈছিল। তাত থকা কালত স্বাস্থ্যমন্ত্ৰী হিচাপে কিছু সুনাম হৈছিল বুলি যিদৰে শুনিবলৈ পাইছিলোঁ শিক্ষা মন্ত্ৰী হিচাপে তেনে সুনাম কাণত পৰা নাছিল ; বৰং এই দিশত তেওঁক সমালোচনা কৰাহে শুনিবলৈ পাইছিলোঁ। পৰৱৰ্তী কালত ১৯৯১ চনত তেওঁ বৰক্ষেত্ৰী সমষ্টিৰ পৰা এম. এল. এ. নিৰ্বাচিত হৈছিল। এইবাৰো তেওঁ শইকীয়া মন্ত্ৰীসভাত প্ৰথমে শিক্ষা বিভাগৰে দায়িত্ব লৈছিল যদিও পাছত অন্য বিভাগৰ দায়িত্ব লব লগীয়া হৈছিল। কংগ্ৰেছৰ সাংগঠনিক দিশতো তেওঁ অসম কংগ্ৰেছৰ (ই) সাধাৰণ সম্পাদক, উপ সভাপতিৰ

নিচিনা পদৰ দায়িত্ব লৈ কাম কৰিছিল ; তাতো তেওঁ নিজৰ যোগ্যতা প্ৰতিপন্ন কৰিছিল যদিও কংগ্ৰেছৰ ভিতৰখনৰ ময়লা-জাবৰ-জোঁথৰ গুছাই নিকা কৰিব পৰা নাছিল। তথাপি তেওঁ নিজৰ দলৰ অধিক সংখ্যকৰে প্ৰিয়ভাজন ৰূপে নিজৰ এটা স্থান ৰাখিব পাৰিছিল।

ডাঃ বৰ্মন নিৰ্বাচনৰ কামত বৰ ব্যস্ত হৈ থকা সময়তে এটা ঘটনা ঘটিছিল। আমাৰ পিতৃ বিয়োগৰ সময়ত আমি আটায়ে নপ্তিপাৰাৰ ঘৰত আছিলোঁ। হঠাৎ ডাঃ বৰ্মন আমাৰ চোতালত পালি-প্ৰহৰীসহ উপস্থিত। মই তেতিয়া ভিতৰৰ ফালে চোতালত ; ডাঃ বৰ্মনে লগ পাব বিচাৰিছে বুলি কোৱাত আচৰিত হৈ ওলাই আহিলোঁ। কথাটো সঁচা। তেওঁ কব ধৰিলে ; 'প্ৰফেছাৰ গোঁসাই, এই ফালে আহিছিলোঁ কবিৰাজ গোঁসাই প্ৰভু গ'ল বুলি শুনি মাত এষাৰ দিবলৈ সোমালোঁ। বৰ গুণী, ভাল মানুহ আছিল আপোনালোকৰ পিতাক, গ'ল। এতিয়া আপোনালোকৰ লগতে গাৱঁৰ মানহেও তেখেতৰ বৰ অভাৱ অনুভৱ কৰিব।' ইমান ব্যস্ততাৰ মাজতো আমাক মাত লগাই থিয়ৈ থিয়ৈয়ে তেওঁ মুকালমুৱা, বৰতলা বুলি গৈছিল। আদ্যশ্ৰাদ্ধৰ বাবে নিমন্ত্ৰণ কৰিছিলোঁ যদিও অহাৰ সম্ভাৱনা যে কম সেই কথাও তেওঁ কৈছিল। পৰাপক্ষত দুঃখৰ সময়ত মাত এষাৰ লগোৱা কথাটো শলাগিব লগীয়া।

এই কালছোৱাত তেওঁৰ এম. এল. এ. ৰ সমষ্টিৰ উন্নয়নৰ পুঁজিৰ পৰা তেওঁ ভালেমান ৰাজহুৱা অনুষ্ঠানৰ বাবে আৰ্থিক অনুদান দিয়া বুলি জানো। আমাৰ গাৱঁৰ পাঠশালা, হাইস্কুল আনকি গৰখীয়াৰ গো-থানেও উন্নয়নৰ বাবে তেনে অনুদান লাভ কৰিছে। এইবোৰ ভাল কথাৰ মাজতে তেওঁৰ বিষয়ে দুই-এটা কাণত বাজি যোৱা কথাও শুনো। ৰাজনীতিত সোমোৱাৰ পাছৰ 'ভূমি ডাক্তৰ' মানুহজন আগৰজনৰ নিচিনা নহয়, দেখাত বেছি সলনি হোৱা নাই ; কিন্তু কথা-বতৰা আৰু চাল-চলনত অলপ ব্যতিক্ৰম ঘটিছে। আগে তেওঁৰ চকুত সকলো সমান আছিল, দুখীয়াক বেছি পুতৌ সহানুভূতি দেখুৱাইছিল। এতিয়া ৰাজনীতিৰ পাকচক্ৰত সোমায়ে হবলা ভোটৰ কথা চিন্তা কৰি পাৰ্চেলিটি কৰা হৈছে ; জাত-পাত, ডাঙৰ সৰু, খেতিয়ক-চাকৰিয়াল আদি চকু দিব নলগা কথাবোৰতো তেওঁ বোলে গুৰুত্ব দিয়া হৈছে। দোষে-গুণেই মানুহ। তাতে ৰাজনীতিকৰা মানুহ। ৰাজনীতিৰ স্বাৰ্থৰ কথা ভাবিয়ে হয়তো স্থান কাল-পাত্ৰ বিচাৰ কৰি নকৰিব লগীয়া

কামো কৰিব লগীয়া হয়। ডাঃ বৰ্মনো তেনে এজন ৰাজনীতিকহে। দলৰ কথা ভাবি তেনে বাচ-বিচাৰ কিছু কৰিবই, নকৰাটোহে আচৰিত। আজিৰ ৰাজনীতিকৰ মানত পাৰ্টী আৰু ভোটৰ স্বাৰ্থ আগ, আন কথা পাছ। গতিকে সৰু সৰু কথাবোৰো অনুশীলন কৰা দৰ্কাৰ। তেৱোঁ সেই কথা পাহৰা নাছিল।

মানুহজনৰ ধৰ্মানুৰাগ মন কৰিবলগীয়া। সেই কাৰণেই সম্ভৱতঃ তেওঁ হেলিকেপ্তাৰ দুৰ্ঘটনা, দুৰ্ধৰ্ষ সন্ত্ৰাসবাদীৰ গুলি আদিতো মৃত্যু মুখৰপৰা সাৰি যাব পাৰিছে। চাৰিবাৰ তেওঁ তেনে নিশ্চিত মৃত্যুৰ মুখৰ পৰা ৰক্ষাপৰা বুলি শুনিছিলোঁ। এয়া তেওঁৰ ঈশ্বৰ ভক্তিৰ সুফল।

এবাৰ অসম মেডিকেল কলেজৰ অধ্যক্ষ ডাঃ মথুৰানাথ ভট্টাচাৰ্য্যৰ লগত গাৱঁৰ ডাক্তৰৰ চিকিৎসাৰ কথা প্ৰসঙ্গত ডাঃ বৰ্মনৰ কথাও ওলাইছিল। এয়া বহু বছৰৰ আগৰ কথা। তেখেতে ডাঃ বৰ্মনক জানে ; কৈছিল — কলেজত থকা কালত একো মেধাবী ছাত্ৰ নাছিল ; কিন্তু বৰ ৰেগুলাৰ আৰু ক্লিনিকেলত বৰ আগ্ৰহেৰে কথাবোৰ চাইছিল। সেই কাৰণেই গাৱঁত ষ্টেথিচকোপ আৰু হাতেৰে টিপিটাপি চায়ে প্ৰেক্টিছ কৰিব পাৰিছে। ৰোগৰ নিৰ্ণয়তো বেয়া নহয় বুলি কৈছিল, ঔষধৰ বাছনিও দুই এটা ত্ৰুটি থকাটো স্বভাৱিক। কাৰণ গাৱঁত থাকি বহু নতুন নতুন কথাৰ খবৰ ৰখা টান। কেৱল দোষৰ ভিতৰত কেতিয়াবা কেতিয়াবা ঔষধৰ দোজ প্ৰয়োজনতকৈ কিছু কম দিয়ে। তেওঁ বোলে তেখেতৰ ওচৰলৈ দুই এজন ৰোগীও পঠাইছিল। ৰাজনীতিলৈ অহাত তেখেতে ডাঃ বৰ্মনক বেয়া পাইছিল যদিও শৰৎ চন্দ্ৰ সিংহ, হিতেশ্বৰ শইকীয়াৰ লগত সাৱটাসাৱটি কৰিছে যেতিয়া তাতো সুবিধা কৰিব বুলিয়ে মন্তব্য দিছিল। কিয়নো ডাঃ ভট্টচাৰ্য্যৰ মতে গাওঁবুঢ়া টাইপ ঠাণ্ডা প্ৰকৃতিৰ মানহবোৰ আচলতে ভিতৰি ভিতৰি টেঙৰ। তেখেতৰ মন্তব্যটো সচাঁ বুলিয়ে মানিব লাগিব। পিচত গৈ তেওঁ হিতেশ্বৰ শইকীয়াৰ সোঁহাত যেন হৈ পৰিছিল। কেইমাহ মানৰ কাৰণে অসমৰ মুখ্যমন্ত্ৰীৰূপে বহীত নামটোৰো খোদিত কৰিছিল।

আজিকালি ৰাজনীতি মানেই ভোটৰ যুদ্ধ। আমাৰ গ্ৰাম্য সমাজৰ সৰহভাগেই অশিক্ষিত, অনাখৰী। সেই চামৰ মাজত ৰাজনীতি কৰি টিকি থাকিবলৈ হলে লুকায়ে হ'ক বা খোলোচাকৈয়ে হ'ক নানাৰকমৰ ভেদাভেদৰ অংক কৰি ভোটাৰ ৰাইজক হাত কৰিব লাগে ; ক'ৰবাত ধৰ্মৰ কথা, ক'ৰবাত জাত-পাতৰ কথা,

ক'ৰবাত চাকৰি-বাকৰিৰ কথা, ক'ৰবাত বাট-পথৰ কথা ইত্যাদি সামাজিক ভাৱে অপ্ৰিয় কথা-কাণ্ডবোৰতো গুৰুত্ব দিব লাগে। সক্ৰিয় ৰাজনীতিক ডাঃ বৰ্মনো সেইবোৰৰ পা একেবাৰে আঁতৰি থাকিব পৰা নাই। এইবোৰ কথাও 'ভূমি ডাক্তৰ'ৰ কথা ওলালে মনৰ আগত ভাঁহি আহে। ব্যক্তিগত ভাৱে তেওঁৰ লগত মোৰ হলিগলি কৰা বন্ধুত্ব নাই, বেয়া ভাবো নাই ; বৰং আমাৰ অঞ্চলৰ তথা সমষ্টিৰ এম. এল. এ. হিচাপে গৌৰৱেই কৰোঁ। আমাৰ গাৱঁৰ নতুন চামৰ কথা নাজানো পুৰণি চামে কংগ্ৰেছকে ভোট দিয়ে ; তেওঁলোকৰ মতে বহু পুৰণি দল বুলিয়ে কংগ্ৰেছ দলটো ভাল। ডাঃ বৰ্মন সেই বুলিয়ে জিকি আহিছে। তেওঁ মোৰ বাবে দূৰৰ মানুহ, কাষ চপাৰ সুবিধাও নাই, শিক্ষক মানুহ সময়ো কম। সেয়ে দূৰৰ পৰা দেখি শুনি মই যিদৰে জানো তাকেহে ব্যক্ত কৰিলোঁ।❐

---

লিখক ড' সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভূতপূৰ্ব ৰবীন্দ্ৰনাথ প্ৰফেছাৰ, বৰ্তমান উত্তৰ-পূব পাৰ্বত্য বিশ্ববিদ্যালয়ৰ প্ৰফেছাৰ।

# ডাঃ ভূমিধৰ বৰ্মনৰ ৭০তম্ জন্মদিন উপলক্ষে

✍ শ্ৰীঅশ্বিনী কুমাৰ বৰ্মা

সৃষ্টিৰ জাল ফালি, আশাৰ জ্বলাই চাকি,
বেলশৰত জন্ম ললা ভূমিধৰ হৈ;
উপজি উমান পালা, আইৰ বুকু পোহৰালা,
একেথৰে মুখলৈ চাই।
উচুপি উঠিলা তুমি, ক'ৰবাত দুখ পাই,
আয়ে জুমি মুখলৈ চায়;
দিন মাহ পাৰ হ'ল, বিধিমতে কাম হ'ল,
ভূমি নামে নিচুকনি গায়।
ডাঙৰ দীঘল হ'লা, আঁঠু এৰি খোজ ললা,
মাত মাতা থুনুক থানাক;
বালি ঘৰ সাজি লোৱা, দৰা কইনা তাতে থোৱা,
নাই যেন ঘাত প্ৰতিঘাত।
শৈশৱ আঁতৰি গ'ল, কৈশোৰে জলমল,
উপহাৰ দিলে কত হাঁহি;
আনন্দৰ আলোড়ন, ভালপোৱাৰ শিহৰণ,
ক'ত ছবি আহে যায় ভাঁহি।
অতীত আঁতৰি গ'ল, কত ঋতু পাৰ হ'ল,
চিকিৎসা শাস্ত্ৰক কৰি সাৰ;

সাধি জনতাৰ হিত, উপেক্ষা কৰিলা বিত,
স্নেহ প্ৰেমে মন জাতিস্কাৰ।
বিচাৰি বিচাৰি চালা, ৰাজনীতিত ভৰি দিলা,
আনন্দত পুলকিত মন;
জনতাৰ আশিস পাই, জাতীয় কংগ্ৰেছত গৈ,
পালা মন্ত্ৰীত্বৰ আসন।
গান্ধীজীৰ আদৰ্শ মানি, ৰাষ্ট্ৰৰ শপত বাণী,
নিৰন্তৰে কৰিলা পালন;
বিশিষ্ট সমাজ কৰ্মী, দৰিদ্ৰৰ বন্ধু ৰূপে,
পুত্ৰবৎ কৰিলা তাৰণ।
নেদেখা জনক আমি, নতজানু হাত যুৰি,
জনালোঁ আন্তৰিক প্ৰণাম;
দুখ-দৈন্য দূৰ কৰি জীৱন হ'ক সুমধুৰ
কৰা তেওঁক চিৰ আয়ুস্মান।❐

---

**লিখক অশ্বিনী কুমাৰ বৰ্মা এজন স্বভাৱকবি, সাহিত্যপ্ৰেমী সমাজ কৰ্মী আৰু অৱসৰ প্ৰাপ্ত পেঞ্চনভোগী চৰকাৰী কৰ্মচাৰী।**

# একেখন নৈৰ দুটা ভিন্ন সুঁতিঃ ডাঃ বিধান চন্দ্ৰ ৰায় আৰু ডাঃ ভূমিধৰ বৰ্মন

✍ ডাঃ ৰাতুল ভট্টাচাৰ্য

চিকিৎসকে মানুহৰ দেহ-মনৰ ভাষা বুজে আৰু ৰাজনীতিকে বুজে দেশৰ শাসন-নীতিৰ কথা। কিন্তু চিকিৎসক যেতিয়া ৰাজনীতিক হয়, তেনেজনে দেশৰ শাসন-নীতিৰ সৈতে ব্যক্তিমূল্যৰ আৰু জনচেতনাৰ সম্পৰ্কৰ কথা গভীৰ ভাবে উপলব্ধি কৰিব লাগে। যি কেইগৰাকী ব্যক্তিয়ে এনে উপলব্ধিৰে সৰ্বসাধাৰণৰ কল্যাণৰ হকে কাম কৰিব পাৰিছে, তেখেতসকল হৈ পৰিছে মহান লোক। তেনে দুগৰাকী প্ৰাতঃস্মৰণীয় বৰেণ্য লোক আছিল প্ৰয়াত বিধান চন্দ্ৰ ৰায় আৰু প্ৰয়াত ভুবনেশ্বৰ বৰুৱা।

এই মহান লোকসকলৰ প্ৰকৃত উত্তৰাধিকাৰী বুলি আখ্যা দিব পৰা যায় বিশিষ্ট চিকিৎসক, দুখীয়াৰ পৰম বন্ধু, বৰ্ত্তমান অসমৰ স্বাস্থ্য আৰু পৰিয়াল কল্যান লগতে পঞ্চায়ত আৰু গ্ৰামোন্নয়ন মন্ত্ৰী মাননীয় ভূমিধৰ বৰ্মন দেৱক। আমাৰ আজিৰ আলোচনা বিধান চন্দ্ৰ ৰায় আৰু ভূমিধৰ বৰ্মনৰ জীৱনাদৰ্শ আৰু কৰ্মৰ সামঞ্জস্যমূলক ব্যাখ্যাৰ মাজতহে আৱদ্ধ থাকিব।

বিধান চন্দ্ৰ ৰায়ক আধুনিক পশ্চিম বংগৰ খনিকৰ বুলি অভিহিত কৰা হয়। ১৮৮২ চনৰ ১ জুলাই তাৰিখে জন্ম গ্ৰহন কৰা ৰায়ৰ পৰলোকপ্ৰাপ্তি ঘটে ১৯৬২ চনৰ ১ জুলাই তাৰিখে। তেখেত আছিল পৰাধীন ভাৰতৰ অগৰাকী বিখ্যাত চিকিৎসক আৰু স্বাধীনতা যুঁজৰ এগৰাকী আগশাৰীৰ সৈনিক। নিজৰ ব্যক্তিত্বৰ গুণত মহাত্মা গান্ধীৰ পৰাও সন্মান আৰু সমীহ আদায় কৰিব পৰা এই লোকজন ১৯২৮ চনত গঠিত হোৱা "সৰ্বভাৰতীয় চিকিৎসা সংস্থা" (১৯৩০ চনৰ পৰা

নামটো "ভাৰতীয় চিকিৎসা সংস্থা"- Indian Medical Association : IMA ৰখা হয়।) নামৰ বিখ্যাত সংস্থাটোৰ প্ৰথম উপসভাপতি নিৰ্বাচিত হৈছিল। সেই সময়ত বাপুজীৰ নেতৃত্বত স্বাধীনতা আন্দোলনে তীব্ৰ ৰূপ ধাৰণ কৰিছিল। ৰায়ে ভাৰতৰ ইমূৰৰ পৰা সিমূৰলৈ ঘূৰি সকলো চিকিৎসককে এক উমৈহতীয়া মঞ্চৰ অধীনলৈ আনি তেওঁলোকৰ মাজত দেশপ্ৰেম আৰু কৰ্তব্যনিষ্ঠা জগাই তুলিবলৈ অহোপুৰুষাৰ্থ কৰিছিল। সেই সময়ৰ বৃটিছ চৰকাৰে ভাৰতৰ বিশ্ববিদ্যালয়ে প্ৰদান কৰা চিকিৎসা ডিগ্ৰীক অনুমোদন জনোৱা নাছিল। ইয়াৰ প্ৰতিবাদ জনাই ১৯২৮ চনৰ ৩০ জুলাই তাৰিখে কলকাত্তা মেডিকেল ক্লাবত বেংগল মেডিকেল এছোচিয়েশ্বনৰ সৌজন্যত ডাঃ সুন্দৰী মোহন দাসৰ সভাপতিত্বত এখন জৰুৰী বৈঠক বহে। সেই বেঠকত বিধান চন্দ্ৰ ৰায়ে উদাত্ত কণ্ঠে ভাষণ দি বিদেশৰ পৰা লাভ কৰা মেডিকেল ডিগ্ৰীসমূহ বৰ্জন কৰিবলৈ চিকিৎসক সকলক আহ্বান জনাইছিল,-- ঠিক যেন বাপুজীৰ বিদেশী বস্ত্ৰ বৰ্জনৰ আহ্বানৰ দৰেই। ৰায়ৰ এনে দৃঢ় প্ৰতিজ্ঞাই তেখেতৰ ৰাজনৈতিক জীৱনৰ ভেটি শক্তিশালী কৰি তুলিছিল।

স্বাধীনোত্তৰ কালত তেখেত পশ্চিম বংগৰ প্ৰথম মুখ্যমন্ত্ৰী নিৰ্বাচিত হৈছিল। মুখ্যমন্ত্ৰীত্বৰ কালছোৱাত তেখেতে শিক্ষা, স্বাস্থ্য, শিল্প-উদ্যোগ, কলা-সংস্কৃতি আদি সকলো ক্ষেত্ৰতে সেই ৰাজ্যখনক ভাৰতৰ ভিতৰতে আগশাৰীলৈ লৈ যাব পাৰিছিল। তেখেত নিজেই আছিল নান্দনিক ৰুচিবোধ সম্পন্ন লোক। তেখেতৰ কৌশলী গুণৰ বাবেই সত্যজিৎ ৰায় নামৰ তেতিয়াৰ এজন অখ্যাত যুৱকে 'পথেৰ পাচালি' নামৰ ছবিখন কৰিবৰ বাবে আৰ্থিক সাহায্য লাভ কৰিছিল, যিখন ছবিয়ে পিছত কেৱল সত্যজিৎ ৰায়কে নহয়, বঙালী জাতিটোকে আন্তৰ্জাতিক পৰ্যায়ত সন্মানিত কৰি তুলিছিল। আজিৰ ব্যস্ত মুখ্যমন্ত্ৰীসকলে তেখেতসকলৰ সীমাহীন কামৰ মাজত এজন অখ্যাত যুৱকৰ হেপাহক গুৰুত্ব দিবলৈ আহৰি পায় নে নেপায় সন্দেহ; কিন্তু তেনেকুৱা আপাততঃ গুৰুত্বহীন কাম একোটাইও যে জাতি এটালৈ সন্মান কঢ়িয়াই লৈ আহিব পাৰে, সেই উপলব্ধি বিধান চন্দ্ৰ ৰায় হৈছিল, কাৰণ তেখেত শাসন নীতিৰ সৈতে ব্যক্তিসত্বা আৰু জনচেতনাৰ সম্পৰ্কৰ কথা বুজিব পৰা লোক আছিল।

অসাধাৰণ ব্যক্তিত্ব, কৰ্মপটুতা, অদম্য ইচ্ছা শক্তি, মানৱপ্ৰেম আৰু ত্যাগ,-- এনেবোৰ মহৎ গুণৰ বাবে তেখেতে কেৱল পশ্চিমবংগৰ ৰাজনীতিতে নহয়,

সমগ্ৰ দেশৰে ৰাজনীতিত এক উচ্চ স্থান লাভ কৰিছিল। একেবোৰ গুণতে কেৱল মাত্ৰ এখন ৰাজ্যৰ মুখ্যমন্ত্ৰী হৈও তেখেতে জৱাহৰ লাল নেহেৰুৰ দৰে পাণ্ডিত্যপূৰ্ণ প্ৰধান মন্ত্ৰীৰ পৰাও লাভ কৰিছিল প্ৰাপ্য সন্মান আৰু সমীহ।

কিন্তু তেখেত মূলতঃ আছিল এগৰাকী চিকিৎসক। প্ৰকৃত পক্ষে এগৰাকী বিখ্যাত আৰু সুচিকিৎসক। প্ৰবাদ আছে, তেখেতে হেনো কেবামহলীয়া ঘৰ এটাৰ ওপৰৰ বেলকনিৰ পৰা চাই তলৰ ৰাষ্টাৰে গৈ থকা ৰোগী এজনৰ ৰোগৰ উমান পাইছিল। বাস্তৱিকতে এয়া সম্ভৱ নহ'লেও এনে ধৰণৰ প্ৰবাদে এগৰাকী সুচিকিৎসক হিচাবে তেখেতৰ জনপ্ৰিয়তাৰ কথাকে প্ৰমান কৰে। কিন্তু তথাপি আজিকালিৰ কিছুমান চিকিৎসকৰ দৰে তেখেতৰ আভিজাত্যৰ ঢং একেবাৰেই নাছিল। তেখেত আছিল সহজ-সৰল আৰু দৰিদ্ৰ আৰ্তজনৰ পৰম বন্ধু। বিভিন্ন ঠাইৰ পৰা কঠিন ৰোগত ভুগি থকা মানুহ চিকিৎসাৰ বাবে তেখেতৰ ওচৰলৈ গৈছিল আৰু তেখেতে এই সকলোকে সহায় কৰিছিল।

বিধান চন্দ্ৰ ৰায়ৰ আদৰ্শৰে অনুপ্ৰানিত হোৱা ইজন লোক হ'ল ডাঃ ভূমিধৰ বৰ্মন। তেখেত অবিভক্ত কামৰূপ জিলাৰ এটা বিস্তীৰ্ণ অঞ্চলৰ মানুহৰ মাজত এগৰাকী সুচিকিৎসক হিচাবে, গাঁৱৰ দুখীয়া জনসাধাৰণৰ মাজত ভগৱান সদৃশ পুৰুষ হিচাবে জনপ্ৰিয়। সমগ্ৰ অসমৰ আৰু ৰাজ্যৰ বাহিৰৰ মানুহে কিন্তু তেখেতক এগৰাকী ৰাজনীতিক আৰু প্ৰধানকৈ স্বাস্থ্যমন্ত্ৰী হিচাবেহে চিনি পায়। কিন্তু ইয়াৰ উপৰিও উক্ত অঞ্চলৰ মানুহৰ মাজত এগৰাকী ৰাজনীতিকতকৈ এগৰাকী মহান চিকিৎসক হিচাবেহে তেখেত জনপ্ৰিয়।

১৯৩১চনৰ ১২ অক্টোবৰ তাৰিখে এতিয়াৰ নলবাৰী জিলাৰ বেলশৰ গাঁৱত ভূমিধৰ বৰ্মনৰ জন্ম হয়। তেখেতৰ দেউতাক প্ৰয়াত ভকতৰাম বৰ্মন (মহাজন) আছিল এগৰাকী আগশাৰীৰ ব্যৱসায়ী, সমাজকৰ্মী আৰু ধৰ্মপ্ৰাণ লোক। বাল্যকালটো বেলশৰত কটোৱাৰ পাছত ভূমিধৰ বৰ্মনে টিহুলৈকে আহি ডাঙৰ ককায়েকৰ লগত থাকিবলৈ লয় আৰু ১৯৫১ চনত টিহু হাইস্কুলৰ পৰা মেট্ৰিকুলেশ্বন পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯৫৩ চনত কটন কলেজৰ পৰা আই, এছ, চি পৰীক্ষাত উত্তীৰ্ণ হৈ ডিব্ৰুগড়স্থিত 'অসম চিকিৎসা মহাবিদ্যালয়'ত নাম ভৰ্ত্তি কৰে আৰু ১৯৫৮ চনত সুখ্যাতিৰে এম, বি, বি, এছ ডিগ্ৰী গ্ৰহণ কৰে।

ইয়াৰ পাচত ইচ্ছা কৰাহেঁতেন তেখেতে ডিব্ৰুগড়তে, নাইবা অসমৰ যিকোনো এখন নগৰত কৰ্মজীৱনৰ পাতনি মেলি নগৰীয়া জীৱন যাপন কৰিব পাৰিলেহেঁতেন। কিন্তু তাকে নকৰি তেখেতে কৰ্মস্থান হিচাপে বাচি লৈছিল নলবাৰী জিলাৰ এখন অতি ভিতৰুৱা ঠাই শোলমাৰাক। শিক্ষা-দীক্ষা, স্বাস্থ্য, বাট-পথ সকলো দিশতে পিছপৰা ঠাইখনৰ দৰিদ্ৰ জনসাধাৰণক আশাসুধীয়া সেৱা কৰি খুব কম সময়ৰ ভিতৰতে তেখেত হৈ পৰিছিল অতি জনপ্ৰিয়। এগৰাকী সু-চিকিৎসক হিচাবে তেখেতৰ নাম বিয়পি পৰিছিল চৌপাশে।

এতিয়াৰ নিচিনাকৈ নিৰ্দ্দিষ্ট অংকৰ ভিজিট লোৱাৰ নিয়ম তেতিয়া নাছিল-- অন্ততঃ ভিতৰুৱা গ্ৰামাঞ্চলত। খাবলৈকে যি মানুহৰ নাই, চিকিৎসকক ভিজিট দিব ক'ৰ পৰা। কিন্তু সেইবোৰলৈ বিশেষ মন কাণ নিদি পৰম একাগ্ৰতাৰে তেখেতে মানৱ সেৱা কৰি গ'ল।

১৯৬০ চনৰ পৰা তিনিবছৰ একেখন ঠাইত কাম কৰি ১৯৬৩ চনত বৰপেটা ৰ'ডলৈ গৈ চৰকাৰী কামত যোগ দি কিছুদিন কাম কৰিলে। তাৰ পাছত উভতি আহিল নিজৰ ঘৰ বেলশৰলৈ। লগে লগে চৌপাশৰ বিস্তীৰ্ণ অঞ্চলৰ অগণণ লোক তেখেতৰ ওচৰলৈ দৌৰি আহিল সুচিকিৎসা লাভৰ বাবে। তেখেতৰ হাতখনত যেন লাগি আছিল এক অলৌকিক শক্তিহে-- যি ৰোগীকে চায় আটাইবোৰ ভাল হৈ উঠে। খুব কম দিনৰ ভিতৰতে মানুহৰ এনেকুৱা বিশ্বাস জন্মিল যে আন দহজন চিকিৎসকক দেখুওৱাৰ পাছতো এবাৰ তেখেতক দেখুৱাব পাৰিলেহে যেন মানুহ আস্বস্ত হ'ব পৰা হ'ল। এই লিখকৰো বাল্যকালত এবাৰ কিবা টান অসুখ হোৱাত আমাৰ অভিভাৱকে তেখেতৰ ওচৰলৈ লৈ গৈছিল। তেখেতে যি স্নেহসুলভ ভংগিমাৰে পৰীক্ষা কৰিছিল, সেই কথা আমাৰ এতিয়াও মনত আছে।

হয়তো জনপ্ৰিয়তাই তেখেতৰ মন এদিন ৰাজনীতিৰ ফালে ঢাল খুৱালে। নাইবা জনসেৱাৰ অদম্য স্পৃহাও তেখেত সক্ৰিয় ৰাজনীতিলৈ অহাৰ এটা কাৰণ হ'ব পাৰে। যিহওক, ১৯৬৭ চনত পশ্চিম নলবাৰী (বৰ্ত্তমান ধৰ্মপুৰ) সমষ্টিৰ পৰা তেখেত অসম বিধান সভাৰ নিৰ্বাচনত অৱতীৰ্ণ হয় আৰু জয়লাভ কৰে। সেই তেতিয়াৰ পৰাই আৰম্ভ হয় তেখেতৰ ৰাজনৈতিক জীৱন পৰিক্ৰমা। ১৯৭২ চনত পুনৰ একেটা সমষ্টিৰ পৰা নিৰ্বাচিত হয় আৰু ১৯৭৩ চনত শৰৎ চন্দ্ৰ সিংহ

মন্ত্ৰীসভাত ৰাজহ বিভাগৰ ৰাজ্যিক মন্ত্ৰিত্ব পায়। ১৯৮৩ চনত একেটা সমষ্টিৰ পৰা পুনৰ নিৰ্বাচিত হৈ হিতেশ্বৰ শইকীয়া মন্ত্ৰীসভাত স্বাস্থ্য আৰু পৰিয়াল কল্যান বিভাগৰ মন্ত্ৰিত্ব লাভ কৰে। ১৯৯১ চনত বৰক্ষেত্ৰী সমষ্টিৰ পৰা প্ৰতিনিধিত্ব কৰি নিৰ্বাচনত জয়লাভ কৰে আৰু হিতেশ্বৰ শইকীয়া মন্ত্ৰীসভাত প্ৰথমতে শিক্ষা আৰু তাৰ পাছত স্বাস্থ্য আৰু পৰিয়াল কল্যান লগতে পঞ্চায়ত আৰু অসম চুক্তি ৰূপায়ণ বিভাগৰ মন্ত্ৰিত্বৰ দায়িত্ব লাভ কৰে। ১৯৯৬ চনত তেতিয়াৰ মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াৰ মৃত্যু হোৱাত ২২ এপ্ৰিল তাৰিখৰ পৰা কিছুদিনৰ বাবে মুখ্যমন্ত্ৰীৰ পদো চম্ভালে। ২০০১ চনৰ বিগত নিৰ্বাচনত বৰক্ষেত্ৰী সমষ্টিৰ পৰা পুনৰ প্ৰতিদন্দ্বিতা কৰি জয়লাভ কৰে আৰু বৰ্তমানৰ অসম মন্ত্ৰীসভাখনত স্বাস্থ্য আৰু পৰিয়াল কল্যান লগতে পঞ্চায়ত আৰু গ্ৰামোন্নয়নৰ দৰে দুটা গুৰুত্বপূৰ্ণ বিভাগৰ মন্ত্ৰিত্ব লাভ কৰি দক্ষতাৰে চলাই আছে।

কিন্তু এই দীঘলীয়া ৰাজনৈতিক জীৱন পৰিক্ৰমাৰ মাজতো তেখেতে মূল কৰ্ম মানৱ সেৱাৰ কথা পাহৰি যোৱা নাই; বৰঞ্চ মন্ত্ৰিত্বৰ ক্ষমতা আৰু কৰ্তৃত্বৰে সৰ্বসাধাৰণৰ মংগলৰ বাবে, গাঁৱৰ দুখীয়া জনসাধাৰণ উন্নতিৰ বাবে যৎপৰোনাস্তি কাম কৰি গৈছে। একোখন বিধান সভাৰ নিৰ্দিষ্ট সময়সীমা উকলি যোৱাৰ পাছত, মাজৰ সময়বোৰত নিজৰ মূল বৃত্তিৰ সুবিধাৰ মাজেৰে তেখেতে মানৱ সেৱা কৰি গৈছে। চৌপাশৰ পৰা শ শ দুখীয়া নিচলা মানুহ তেখেতৰ ওচৰলৈ আহিছে চিকিৎসাৰ পৰামৰ্শৰ বাবে আৰু তেখেতে সেই সকলো ৰোগীক নিঃস্বাৰ্থভাবে সেৱা কৰিছে। পইচা লোৱা দূৰৰ কথা, কাৰোবাক পকেটৰ পইচা দি দিছে দৰৱ আৰু পথ্য কিনিবৰ বাবে। আনকি নিজৰ গাড়ীৰে গৈ কেবামাইল দূৰৰ মুমূৰ্ষ ৰোগীকো বিনা পইচাৰে চিকিৎসা কৰিছে; বানপীড়িত লোকক, মহামাৰী পীড়িত, দুৰ্গত লোকক সহায়-সাহায্য কৰিছে। এই ধৰণৰ নিঃস্বাৰ্থ সেৱাৰ বাবে সৰ্বসাধাৰণৰ মনত তেখেত হৈ পৰিছে ভগৱান সদৃশ পুৰুষ।

ডাঃ বৰ্মনদেৱৰ এগৰাকী গুণমুগ্ধ শ্ৰীগুৰুচৰণ দাসে কয়, "ছাৰে যে কেৱল মানুহৰে সেৱা কৰিছে এনে নহয়। ৰাতিপুৱাতে উঠি তেখেতে প্ৰথমতে বাৰীত থকা গছ-পুলিবোৰৰ যতন লয়। তাৰ পাছত পুখুৰীৰ মাছ আৰু পোহনীয়া গৰুকেইটাক খাদ্যৰ যোগান ধৰে। তাৰ পাছত ভগৱানক সেৱা কৰিহে মানৱ সেৱা কৰিবলৈ লয়। এনেদৰে ছাৰে উদ্ভিদ, প্ৰাণী, মানুহ আৰু ভগৱান,সকলোৰে

আশীৰ্বাদ লাভ কৰিছে।" আৰু সেই কাৰণেই হবলা আজি তিনিকুৰি দহ বছৰ বয়সতো এজন চফল, বলীষ্ঠ ডেকাৰ দৰে তেখেতে অহোৰাত্ৰি কাম কৰি যাব পাৰিছে। অদম্য মানৱ প্ৰেম, দৰিদ্ৰৰ প্ৰতি থকা অকিঞ্চন মৰম আৰু প্ৰতি মুহূৰ্ততে জনকল্যানৰ চিন্তাত নিমগ্ন থকা ডাঃ বৰ্মন দেৱৰ জীৱন সকলোৰে আদৰ্শ হোৱা উচিত।

বিধান চন্দ্ৰ ৰায়ৰ জন্ম আৰু মৃত্যুৰ দিনটো (১জুলাই) ১৯৯২ চনৰ পৰাই সমগ্ৰ ভাৰততে "চিকিৎসক দিৱস" হিচাবে পালন কৰি অহা হৈছে। এয়া এগৰাকী আদৰ্শবান মহান লোকৰ প্ৰতি বৃত্তি অনুগামী সকলৰ কৃতজ্ঞতাৰ প্ৰকৃত চিন। আমি আশা কৰো সেই একেটা বাটেৰে বাট বুলা ডাঃ বৰ্মন দেৱৰ কৰ্মময় জীৱন আৰু দীঘলীয়া হওঁক।❑

---

লিখক ডাঃ ৰাতুল ভট্টাচাৰ্য্য এজন মানৱদৰদী, উদীয়মান ডেকা সুচিকিৎসকৰ উপৰিও সুলেখক, সাহিত্যিক, আৰু সমাজকৰ্মী।

# মোৰ দৃষ্টিত ডাঃ ভূমিধৰ বৰ্মন

শ্ৰীযোগেন্দ্ৰ নাথ শৰ্মা

ডাঃ ভূমিধৰ বৰ্মনৰ জন্ম দিন ১২ অক্টোবৰত কৃতি সম্বলিত এখন অভিনন্দন গ্ৰন্থ প্ৰকাশ কৰাৰ সিদ্ধান্ত লোৱা বুলি দৈনিক অসমত বিজ্ঞাপন পাই বৰ আনন্দ পাইছো। সঁচাকৈ এনেকুৱা গুনসম্পন্ন ব্যক্তিৰ গুনানুকীৰ্ত্তন কৰাটো গুনী লোকৰ মহৎ কাম--

শাস্ত্ৰত কৈছে---

গুনী গুনং বেত্তি ন বেত্তি নিৰ্গুনঃ

বলী বলং বেত্তি ন বেত্তি নিৰ্বলঃ ।

পিকো বসন্তস্য গুনং ন বায়সঃ

কৰো চ সিংহস্য বলং ন মুষকঃ।।

"গুনীয়েহে গুনৰ মোল বুজে, নিৰ্গুনে কেতিয়াও অনুভৱ কৰিব নোৱাৰে। বলীয়ে বল জানে, দুৰ্ব্বলে নেজানে। কুলী চৰাইয়ে বসন্তৰ মোল বুজে, কাউৰীয়ে নুবুজে। হাতীয়েহে সিংহৰ বিক্ৰম বুজি পায়, নিগনীয়ে বুজি নাপায়।

ডাঃ বৰ্মন বহু গুণ সম্পন্ন লোক। মই তেখেতক ডাঃ হিচাপে প্ৰথম লগ পাওঁ ১৯৮১ চনত। মোৰ ঘৰ নলবাৰী জিলাৰ ধৰ্ম্মপুৰ মৌজাৰ গামাৰিমুড়ী গাঁৱত। মোৰ পিতা আছিল মুক্তি যুজাৰু ঁকৃষ্ণকান্ত শৰ্মা। বৰ্ত্তমান মই হাউলী হাইস্কুলত সহকাৰী প্ৰধান শিক্ষকৰ পদত কাম কৰি আছোঁ। ১৯৮১ চনতমই সহকাৰী শিক্ষকৰ পদত আছিলো।

গ্ৰীষ্মবন্ধত মই নিজ গাঁও গামাৰিমুড়ীত থাকোতে এদিন মোৰ ডাঙৰ খুড়ীদেউএ ভৰিৰ বিষত লৰচৰ কৰিব নোৱাৰি বৰ কষ্ট পাইছিল। সেই দুখ সহিব নোৱাৰি মই পৰম শ্ৰদ্ধাভাজন ডাঃ ভূমিধৰ বৰ্মনক দেখুৱাৰ চিন্তা কৰি তেখেতৰ নিজ ঘৰ বেলশৰলৈ গৈ লগ ধৰি খুড়ীদেউৰ অসুখটো চাই যোৱাৰ বাবে অনুৰোধ কৰিলো।

তেখেতে মোৰ কথা ভালদৰে মনোযোগ দি শুনি চাবলৈ যাম বুলি সন্মতি প্ৰকাশ কৰি দিনৰ ১বজাত আমাৰ ঘৰ আহি পাম বুলি ক'লে। তেওঁ মোৰ ঠিকনাটো ৰাখিলে। আমাৰ ঘৰ তেখেতৰ ঘৰৰ পৰা প্ৰায় চাৰি কিলোমিটাৰ হ'ব। ঠিক ১ বজাৰ লগে লগে আমাৰ ঘৰ আহি পালে। খুড়ীদেউক ভালদৰে চাই এটা বেজি দিলে, দুটা ঔষধ লিখি আনিবলৈ ক'লে আৰু এটা মলম তেওঁ নিজৰ বেগৰ পৰা উলিয়াই বিষ হোৱা ঠাইত লাহে লাহে মালিচ কৰিব ক'লে।

সেই সময়তে মোৰ এটা বিপদ ঘটিল। মই দ'মকলত গা-ধুই আছো। দ'মকলৰ ওচৰত এডাল নাৰিকল গছ আছিল মই দ'মকলৰ পৰা পানী উলিয়াই থাকোঁতে নাৰিকল গছৰ পৰা হঠাতে এটা ডাঙৰ ডাব নাৰিকল মোৰ কঁকালত পৰিল। মই অচেতন হৈ পৰিলো। লাহে লাহে ধৰি মোক বিছনালৈ নি ডাঃ বৰ্মনক দেখুৱালে। তেখেতে মোক ভালদৰে চাই বেজি এটা দিলে আৰু ৫টা বেজি লিখি দিলে। তেখেত যাব ওলোৱাত ২৫.০০টকা খুড়ীদেউৰ পৰা দিলে। কিন্তু খুড়ীদেউৰ অৱস্থা দেখি গাড়ীৰ তেলৰ খৰচৰ বাবদ ১০.০০ টকা ৰাখি বাকী ১৫ টকা ফিৰাই দি ঔষধ কিনি খাবলৈ ক'লে। একে সময়তে মোৰো চিকিৎসা কৰিলেও মোৰ পৰা টকা নিনিলে। তেখেতে আমাৰ প্ৰতি যি মৰম চেনেহ দেখুৱাইছিল, সেই মৰমৰ কথা পাহৰিব নোৱাঁৰো। তেওঁৰ নিচিনা সু-চিকিৎসক দুখীয়াৰ প্ৰতি দয়া চেনেহ থকা ডাক্তৰ বৰ্ত্তমান পোৱাটো বিৰল। চিকিৎসক কেনেকুৱা হ'ব লাগে-

শাস্ত্ৰত কৈছে—

"আয়ুবেদকৃতাভ্যাসঃ সৰ্ব্বেষাং প্ৰিয়দৰ্শনঃ।

আৰ্য্যশীল গুণাপেতি এষ বৈদ্যো বিধীয়তে।।

যিজনে আয়ুৰ্বেদ অৰ্থাৎ চিকিৎসা শাস্ত্ৰ ভালদৰে পঢ়িছে, সকলোৰে মাজত দেখিবলৈ সুন্দৰ যাৰ ব্যৱহাৰ, ভদ্ৰ আৰু সকলো গুণৰ অধিকাৰী তেওঁকে বৈদ্য বুলি কোৱা হয়। ডাঃ বৰ্মন এজন সু-চিকিৎসক। দুখীয়াৰ প্ৰতি থকা দয়া বোধকৰোঁ বহুত ডাক্তৰৰ নাই।

ৰাজনীতিত প্ৰবেশ কৰিও তেওঁ এজন ভাল শাসক হৈছিল তাৰে কামৰ এটা কথা মোৰ ভালদৰে মনত আছে। তেতিয়া ৰাজধানী চিলঙত। সেই সময়ত ডাঃ বৰ্মন ৰাজহ মন্ত্ৰী আছিল। মোৰ সহকৰ্মী সুৰেন্দ্ৰ কুমাৰ দাসে মোৰ সহকৰ্মী শ্ৰীযুত

হৰিমোহন শৰ্মা বি.এ,বি.টি দেৱক আৰু মোক হাউলী নগৰত দুই বিঘা মাটি কিনি দিয়ে। মাটিখিনি একচনিয়া। এক্চনিয়া মাটি ৰেজিষ্টাৰ নহয়। আমি বৰ অসুবিধাত পৰিলো। এটা নিয়ম আছিল, এক্চনিয়া মাটি মালিকৰ নামত চৰকাৰক প্ৰিমিয়াম দিলে ম্যাদি হয়। মাটিৰ মালিক আছিল ঁগৰ্দ্ধন বড়ো। ঁগৰ্দ্ধন বড়োৰ নামত ম্যাদি কৰা কাৰণে বৰপেটাৰ মণ্ডল অফিচত মই এচ্ ডি চিৰ জৰিয়তে ৰাজহ মন্ত্ৰীলৈ চিলঙত দৰ্খাস্ত কৰিলো। এমাহৰ ভিতৰতে মাননীয় ৰাজহ মন্ত্ৰী ডাঃ বৰ্মনে দৰ্খাস্তৰ মৰ্মে প্ৰিমিয়াম দিয়াৰ নিৰ্দ্দেশ দিলে। আমি ঁগদ্দন বড়োৰ নামত প্ৰিমিয়াম দিয়াত মাটি ম্যাদি হ'ল। ঁগদ্ধন বড়োয়ে আমাক ৰেজিষ্টাৰ কৰি দিলে। ইমান সোনকালে চিলঙৰ পৰা প্ৰিমিয়াম দিয়াৰ নিৰ্দ্দেশ অহাটো সেই সময়ৰ ৰাজহ মন্ত্ৰী ডাঃ বৰ্মন দেৱক সুদক্ষ শাসনৰ বাবে।

বৰ্ত্তমান ৰাজধানী ওচৰতে হ'লেও নিজে গৈ লগ ধৰি টকা পইচা খৰচ নকৰিলে কোনো এটা কাম নহয়। অৱশ্যে বৰ্ত্তমান দেশৰ পৰিস্থিতি একে নহয়। তথাপি যদি সকলো মন্ত্ৰী-বিধায়কে এক হৈ শাসন চলাবলৈ আৰম্ভ কৰে, তেনেহ'লে নিশ্চয় আগৰ দৰে কাম কাজ হ'ব।

বৰ্ত্তমান কিছুমান বিধায়কে এবাৰ মন্ত্ৰী হ'লে ৰাইজক পাহৰি যায়। সেয়েহে শাস্ত্ৰত কৈছে—

"অবংশে পতিতো ৰাজা মূৰ্খস্য পণ্ডিতো সুতঃ।

নিধনশ্চ ধনং প্ৰাপ্য তৃনবৎ মন্যতে জগৎ"।।

নীচ বংশৰ লোক যদি ৰজা হয়, মূৰ্খৰ পুত্ৰ যদি পণ্ডিত হয়, দৰিদ্ৰ ব্যক্তি যদি ধন পায়, তেনেহলে তেওঁলোকে পৃথিৱীখন তৃণ যেন দেখে।

কিন্তু ডাঃ বৰ্মন তেনেকুৱা লোক নহয়। তেওঁ সদায় ৰাইজক সেৱা কৰিয়ো আছে। ৰাইজক পাহৰি নোযোৱা বাবেই তেওঁ বিধান সভালৈ গৈ মন্ত্ৰী হোৱাৰ সুবিধা পাইছে। অৱশ্যে দেশৰ পৰিস্থিতিৰ কাৰণে দুই এবাৰ তেওঁ বিধান সভালৈ যোৱাৰ সুবিধা পোৱা নাই। সেইটো তেওঁৰ ব্যক্তিগত দোষ নহয়। ঁহিতেশ্বৰ শইকীয়াৰ মৃত্যুৰ পিছত তেওঁ মুখ্যমন্ত্ৰী পদো লাভ কৰিছিল। মই আশা কৰো আৰু ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰো যাতে আকৌ মুখ্যমন্ত্ৰী পদ লাভ কৰি আমাৰ দেশক সুশাসন কৰিবলৈ ভগৱানে সহায় কৰে।

অইন গুনৰ পৰিও তেওঁৰ আন এটা ডাঙৰ গুণ আছে সেইটো হ'ল তেওঁ এজন ধাৰ্ম্মিক লোক। তেওঁৰ কোনো ধৰ্মৰ প্ৰতি হিংসা ভাৱ নাই। হিন্দু, মুছলমান, সকলো ধৰ্মৰ মানুহকে সমানে মৰম কৰে। সকলো মানুহ ধাৰ্ম্মিক হ'ব লাগে। ধৰ্ম্মহীন হ'লে পশুৰ দৰে হয়। শাস্ত্ৰত কৈছে—

"আহাৰ, নিদ্ৰা, ভয়, মৈথুন সামন্যমেত্য

ধৰ্মেনহীনাঃ পশুভিঃ সমানাঃ।"

আহাৰ, নিদ্ৰা, ভয়, মৈথুন, এইকেইটা জন্তু আৰু মানুহৰ একে। কিন্তু ধৰ্মহীন হ'লে মানুহ জন্তুৰ দৰে হয়।

ধাৰ্মিকলোকক ভগবানে সদায ৰক্ষা কৰে। ভক্তৰ অধীন ভগবান। তেওঁ ভগবানৰ প্ৰতি বক্তি থকা কাৰণে কেইবাবাৰো মৃত্যুৰ পৰা হাত সাৰিছে। যিদৰে প্ৰহ্লাদে হৰিভক্তিৰ কাৰণে, হৰিযে তেওঁক সদায় ৰক্ষা কৰিছিল, ঠিক তেনেকৈ ডাঃ বৰ্মনেও কলগছত আঁৰত লুকাইও জীৱন ৰক্ষা কৰিছিল। ডাঃ বৰ্মন পত্নীজনীও যে ধাৰ্মিক সেই কথা স্বীকাৰ কৰিব লাগিব। পত্নী ধাৰ্মিক নহ'লে স্বামীয়ে বিপদৰ পৰা ৰক্ষা নপৰে, জীৱনত উন্নতি কৰিব নোৱাৰে। তুলসী সতী কাৰণে শঙ্খচূড়ক দেৱতা সকলে বধ কৰিব পৰা নাছিল। ডাঃ বৰ্মন গুনী, জ্ঞানী, ধাৰ্মিক হোৱাত তেওঁৰ পত্নীও কিছুপৰিমানে হ'লেও সহায়ক। তেওঁৰ পত্নীৰ নিচিনা সকলোৱে তেনে পত্নী পোৱা দুৰ্লভ। শাস্ত্ৰত কৈছে-

"দুৰ্লভং সুনৃতং বাক্যং দুৰ্লভং পণ্ডিতঃ সুত।

দুৰ্লভা সুদৃশী ভাৰ্য্যা দুৰ্লভঃ স্বজনঃ প্ৰিয়ঃ।।

প্ৰিয় অথচ সত্য কথা দুৰ্লভঃ বিদ্বান পুত্ৰ দুৰ্লভ, মনোমত পত্নী আৰু স্নেহময়ী আত্মীয় দুৰ্লভ।"

ডাঃ বৰ্মন সঁচাকৈয়ে এজন গুণবান লোক।

নমন্তি ফলিলো বৃক্ষাঃ নমন্তি গুনিনো জনাঃ

শুষ্কং কাষ্ঠঞ্চ মূৰ্খশ্চ ভিদ্যতে নতু নম্যতে।।

ফলবান গছ আৰু গুনবান ব্যক্তি, অবনত হয়, শুকান কাঠ ভাঙি যায়, আৰু মূৰ্খলোক বিনষ্ঠ হয, তথাপি নত নহয়।

ডাঃ ভূমি বৰ্মনৰ জীৱনৰ বহু উল্লেখনীয় ঘটনা এই সোঁৱৰণত প্ৰকাশ পাব। তেওঁৰ ব্যক্তিত্বৰ পৰশত অনুপ্ৰাণিত হৈ পদাঙ্ক অনুসৰণ কৰি ডেকাচামে আৰু বিশেষকৈ ছাত্ৰ-ছাত্ৰী সকলে উন্নতি লাভ কৰিব। অৱশেষত তেওঁৰ ওচৰত কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ আৰু তেখেতৰ দীৰ্ঘায়ু কামনা কৰি মোৰ লিখনি সামৰিলোঁ।❐

---

লিখক শ্ৰীযোগেন্দ্ৰ নাথ শৰ্মা এজন সু-লেখক, সাহিত্যিক, শিক্ষাবিদ, আৰু সমাজকৰ্মীৰ উপৰিও বৰ্ত্তমান হাউলী হাইস্কুলৰ সহকাৰী প্ৰধান শিক্ষক।

# মই জনাত ড° ভূমিধৰ বৰ্মন

**শ্ৰীনৰেন্দ্ৰ নাথ ডেকা**

ডাঃ ভূমিধৰ বৰ্মন মোৰ কলেজীয়া সহপাঠী আছিল। ১৯৫১-৫৩ চনত দুই বছৰ আমি কটন কলেজত আই এচ. চি. শ্ৰেণীত পঢ়িছিলো। ছাত্ৰ অৱস্থাৰে পৰা তেখেতে সকলোৰে লগত মিলিজুলি চলিব পাৰিছিল। আজি সেইগৰাকী কলেজীয়া বন্ধু অসমৰ এগৰাকী গুৰুত্বপূৰ্ণ ৰাজনৈতিক নেতা যাৰবাবে মই গৌৰৱ কৰিব পাৰো। সৰু-ডাঙৰ, সমাজৰ সকলো শ্ৰেণীৰ ব্যক্তিয়ে তেওঁৰ লগত আলাপ-আলোচনাৰে জটিল সমস্যা সমাধান কৰিব পাৰে। ডাঃ বৰ্মন কেৱল নলবাৰী অঞ্চলৰে নহয়, সমগ্ৰ অসমৰে এগৰাকী জনপ্ৰিয় নেতা। নিজৰ সুকৰ্মৰ ফলত কিছুদিনৰ বাবে হলেও তেওঁ অসমৰ মুখ্যমন্ত্ৰীৰ আসন শুৱনি কৰিছিল। মন্ত্ৰী-বিধায়ক হোৱাৰ আগতে তেওঁ চাইকেলত উঠি ঘৰে ঘৰে গাঁৱে গাঁৱে বিনামূলীয়া চিকিৎসা দি মানুহৰ প্ৰয়োজনীয়তা পূৰণ কৰিছিল।

আজি তিনিবছৰ ধৰি মই পদাঘাত ৰোগত ভূগি শয্যাগত হৈ থকা অৱস্থাতো তেওঁ নিজে মোৰ ঘৰলৈ আহি বিনামূলীয়া চিকিৎসা প্ৰদান কৰি গৈছে যাৰবাবে মই তেখেতৰ ওচৰত চিৰকৃতজ্ঞ হৈ থাকিম। এই সৰ্বানমীয় গুণ সম্পন্ন ব্যক্তিজন মোৰ চিৰ নমস্য হৈ থাকিব। সেয়েহে এইজনা মহান ব্যক্তিৰ সুস্বাস্থ্য আৰু দীৰ্ঘ জীৱন কামনা কৰিলোঁ যাতে তেওঁ দুখীয়া-দৰিদ্ৰ জনসাধাৰণৰ বাবে সেৱা আগবঢ়াই যাব পাৰে।❒

---

শ্ৰীনৰেন্দ্ৰ নাথ ডেকা এজন বিশিষ্ট সাংবাদিক ও সাহিত্যিক হোৱাৰ উপৰিও প্ৰখ্যাত ইংৰাজী দৈনিক "আছাম ট্ৰিবুন" আৰু "নৰ্থ ইষ্ট টাইমচ্"ৰ প্ৰাক্তন সম্পাদক।

# ডাঃ ভূমিধৰ বৰ্মনৰ লগত মোৰ সম্পৰ্ক

**শ্ৰীমান প্ৰফুল্ল গোস্বামী**

ডাঃ ভূমিধৰ বৰ্মন আৰু তেওঁৰ পৰিয়ালৰ লগত মোৰ সম্বন্ধ বহুবছৰৰ। তেওঁৰ পিতাক মোৰ পিতাৰ লগত গুৰু শিষ্যৰ দৰে সম্বন্ধ ৰাখিছিল আৰু পৰস্পৰৰ মাজত অহাযোৱাও আছিল। ডাঃ বৰ্মনক মই এবাৰ অসম বিধান সভাৰ নিৰ্বাচনত বিৰোধিতা কৰি বক্তৃতা দিছিলো, তথাপি তেওঁ মোৰ ওচৰত সদায় আনুগত্য ৰাখিছিল। এইটো তেওঁৰ চৰিত্ৰৰ এক মহান গুণ। মই দলীয় ৰাজনীতিৰ পৰা কেতিয়াবাই অৱসৰ লৈছোঁ।

সেই সময়ৰ এগৰাকী উদীয়মান সু-চিকিৎসক আৰু সমাজ সেৱক আদি মানৱীয় গুণৰ প্ৰতি আকৃষ্টহৈ ডাঃ ভূমিধৰ বৰ্মনক আমি ভাৰতীয় জাতীয় কংগ্ৰেছলৈ আনি ১৯৬৭ চনৰ অসম বিধান সভাৰ সাধাৰণ নিৰ্বাচনত তেতিয়াৰ নলবাৰী পশ্চিম সমষ্টিৰ পৰা টিকট দিয়াৰ ব্যৱস্থা কৰিছিলোঁ। উক্ত নিৰ্বাচনত তেওঁ বিপুল ভোটৰ ব্যৱধানত জয়যুক্ত হৈ অসম বিধান সভাৰ সদস্য হৈ ওলাই আহিছিল। ইয়াৰ পিছত বহুতো ঘাত প্ৰতিঘাতৰ মাজেদি কংগ্ৰেছৰ দলীয় প্ৰাৰ্থী হিচাবে কেবাবাৰো নিৰ্বাচিত হৈ আহিছে। আমি অত্যন্ত সুখী হৈছোঁ যে তেওঁ অলপ দিনৰ বাবে হলেও অসমৰ মুখ্যমন্ত্ৰী পদত অধিষ্ঠিত হৈছিল।

ডাঃ ভূমিধৰ বৰ্মনৰ সৰ্বতো প্ৰকাৰৰ মঙ্গল কামনা কৰাৰ লগতে সু-স্বাস্থ্য ও দীৰ্ঘায়ু কামনা কৰিলোঁ।

জয় অসম, জয় ভাৰত আৰু জয় জগত।☐

**সম্পাদকৰ টোকা** -- ডাঃ ভূমিধৰ বৰ্মনৰ ওপৰত প্ৰকাশ কৰিব খোজা "অভিনন্দন গ্ৰন্থ" খনিৰ বাবে লিখনি বিচাৰি আমি ১৭ ফেব্ৰুৱাৰী ২০০০, তাৰিখে প্ৰবীণ ৰাজনীতিজ্ঞ শ্ৰীমান প্ৰফুল্ল গোস্বামী দেৱৰ বাসভৱনত উপস্থিত হৈছিলোঁহি। তেখেতৰ বৰ্তমান বয়স ৯৩ বছৰ। এই বৃদ্ধ বয়সতো তেখেতে ডাঃ বৰ্মনৰ বিষয়ে নিজ হাতে উক্ত কথা কেইশাৰী লিখি দিয়াৰ বাবে আমি কৃতজ্ঞ। লিখক শ্ৰীমান প্ৰফুল্ল গোস্বামী প্ৰাক্তন সদস্য অসম বিধান সভা (১৯৫২, ১৯৬২), প্ৰাক্তন সাংসদ (১৯৬৭, ১৯৭৪), প্ৰাক্তন সভাপতি অসম প্ৰদেশ কংগ্ৰেছ কমিটি (১৯৬২), প্ৰাক্তন অধ্যক্ষ অইল ইণ্ডিয়া লিমিটেড (১৯৭২-৭৪), ১৯৬৭ চনৰ ৰাষ্ট্ৰ সংঘৰ ভাৰতীয় দলৰ সদস্য হিচাবে নিৰ্ব্বাচিত হৈ যোগদান কৰিছিল।

# ডাঃ বৰ্মনক মই কিদৰে জানো

শ্ৰীভগবান চন্দ্ৰ গোস্বামী

ভকতৰাম বৰ্মন (ভকত মহাজন) এই নামটোৱেই বুজাই এজন মানৱতাবাদী ধাৰ্মিক লোকক। অনানুষ্ঠানিক ভাৱে পুৰণি শাস্ত্ৰ জ্ঞানেৰে সমৃদ্ধ এইজনালোকে জীৱ-জন্তুৰ নিম্নতম প্ৰয়োজনলৈ অতিকৈ মনোযোগ দিছিল। এসময়ত চাৰিমাইলজুৰি থকা বিশাল পথাৰ খনত সকলোৱে গৰু চৰাইছিল, তাত জিৰাবলৈ কোনো গছৰ ছাঁ নাছিল, পানীখাবলৈ পানীৰ কোনো ব্যৱস্থা নাছিল। মহাজনে নিজে পথাৰৰ মাজত মাটিকিনি মহাৰাজ অশোকৰ দৰে পুখুৰী খন্দাই তাৰ পাৰত বহুধৰণৰ গছ-গছনি ৰোপণ কৰিছিল। সেই গছৰ ছাঁত জিৰাবলৈ লৈছিল শত-সহস্ৰ পথিক, হাজাৰ-হাজাৰ গৰু-ছাগলীয়ে পুখুৰীৰ পানী খাইছিল। মনতে প্ৰশ্নজাগে — তেখেতৰ অন্তৰত এই মহান চিন্তা কোনে জাগ্ৰত কৰিলে?

সেইজনা মহাজনৰ ঔৰষত জন্ম হৈছিল কনিষ্ঠ পুত্ৰ ডাঃ ভূমিধৰ বৰ্মনৰ। সেই সময়ত তেখেতৰ জন্মস্থান বেলশৰৰ পৰা দহমাইল দূৰৈত অৱস্থিত টিহু হাইস্কুলত বিদ্যালাভ কৰে। সৰুৰে পৰা পঢ়াৰ প্ৰতি আছিল অসীম আগ্ৰহ। তেখেতৰ মতে ---'সমাজে মোক চিনিপোৱাৰ আগতে মই সমাজৰ বাবে কেনে যোগ্যতা লাভ কৰিব পাৰো তাৰবাবে যত্নপৰ হওঁচোন'। এনে আদৰ্শলৈ তেখেতে এম-বি-বি-এচ পাচ কৰিছিল অসম মেডিকেল কলেজ ডিব্ৰুগড়ৰ পৰা। সেই সময়ত তেনে শিক্ষালাভ কৰি ডাক্তৰ হোৱা লোকৰ সংখ্যা তেনেই নগন্য। তেতিয়া তেখেতক আঞ্চলিক ৰাইজে এজন পৰোপকাৰী সু-চিকিৎসক হিচাপে চিনি পালে। ষাঠিৰ দশকত তেখেতে শোলমাৰা চিকিৎসালয়ত চিকিৎসক হিচাপে চাকৰি জীৱন আৰম্ভ কৰে। গ্ৰাম্য জীৱনৰ লগত জড়িত হৈ সকলোকে সু-চিকিৎসা প্ৰদান কৰাটো তেখেতৰ জীৱনৰ লক্ষ্য। অৰ্থোপাৰ্জ্জন তেখেতৰ লক্ষ্য নাছিল, মহাত্মাগান্ধীৰ দৰে নিজকে জনতাৰ প্ৰেমত বিলাইদিবলৈ অহোপুৰুষাৰ্থ কৰিছিল। সেই সময়ত তেখেতৰ লগত থাকি বহুভাল কথা শিকিছিলোঁ। মই চামতা ছোৱালী হাইস্কুলত শিক্ষকতা কৰা সময়ত এদিন ১৫ আগষ্ট তাৰিখে চামতাত লগ পাই

জীপ গাড়ীত তুলি ঘৰমুৱা হোৱা অৱস্থাত মোক সুধিছিল, –'মই এম-এল-এ হ'ব পাৰিমনে?' আচৰিত প্ৰশ্ন সন্মুখীন হৈ মই কৈছিলো –'আপুনি তেনেই কম বয়সীয়া লোক -আপোনাক টিকট নিদিব'। তেখেতে আবেগেৰে মোক কোৱা কথাষাৰ মনত আছে, --শ্ৰীমান প্ৰফুল্ল গোস্বমীয়ে মোক টিকত দিব বুলি কৈছে'। তেতিয়া মই কৈছিলো, –'আপুনি মানৱপ্ৰেমী লোক, যদি টিকত পায় তেনেহলে নিশ্চয় জিকিব'। মোৰ কথাষাৰ সত্যত পৰিণত হ'ল। তাৰ পাচত তেখেতে ৰাজনৈতিক জীৱন আৰম্ভ কৰি কেবাবাৰো জয়যুক্ত হৈ অঞ্চলৰ উন্নতি সাধন কৰিছিল। প্ৰথমে বিধায়ক, পিচত স্বাস্থ্যমণ্ত্ৰী, শিক্ষামন্ত্ৰী- আৰু অৱশেষত মুখ্যমন্ত্ৰীত্বৰ দৰে উচ্চ আসনত অধিষ্ঠিত হৈছিল। এনে উচ্চ পদত অধিষ্ঠিত হৈ থাকিও কোনোদিনে কাৰোপ্ৰতি অবিচাৰ কৰা নাই। আচাৰ্য্য বিনোবা ভাৱে, মহাত্মাগান্ধীৰ দৰে সহজ-সৰল নিষ্ঠাবান বৰ্মনদেৱে কংগ্ৰেছ দলৰ প্ৰগতিৰ বিষয়ে গভীৰ চিন্তাত নিমগ্ন। এনে চিন্তাৰ মাজত আগবাঢ়ি যোৱাৰ বাবে চাৰিবাৰ দুবৃৰ্ত্তই ষড়যন্ত্ৰ চলাইছিল যদিও ধৰ্মাত্মা বৰ্মনক গাৰ নোমো স্পৰ্শ কৰিব নোৱাৰিলে। ইয়াৰো মূল কাৰণ হ'ল --- ভগবানৰ কৃপা আৰু তেখেতৰ মানুহৰ প্ৰতি থকা অকপট কৰ্ত্তব্য পৰায়নতা।

মই তেখেতক কিদৰে জানো – তাৰে কিছু কথা লিখিবলৈ বাধ্য হলো। তেখেত দুখীয়ালোকৰ পৰম সম্পদ, কিয়নো কেতিয়াবা ৰাতি দহ-বাৰ বজা সময়তো তেখেতে মানুহৰ আহ্বানক্ৰম আহি অতি কম ঔষধত ৰোগ নিৰাময় কৰিছিল আৰু তেখেতলৈ আগবঢ়োৱা পইচা সেই বেমাৰীক পথ্য খাবলৈ দি আহিছিল। কলিযুগত এই বিৰল দৃষ্টান্ত আনৰ বাবে সাঁথৰ হ'লেও তেখেতৰ ক্ষেত্ৰত বাস্তৱ সত্য। মন্ত্ৰী হৈ থকা অৱস্থাতো তেখেতে ৰোগীক বিনামূলীয়াকৈ চিকিৎসা কৰি ৰাইজৰ আশীৰ্ব্বাদৰ পাত্ৰ হৈ পৰিছিল। দ্বিতীয়তে, যিবোৰ চোকা ল'ৰা-ছোৱালী – সেই সকলৰ প্ৰতি তেখেতৰ আস্থা মনকৰিবলগীয়া। প্ৰবীন ৰাজনীতিজ্ঞ হৈও সমাজৰ প্ৰতি তেখেতৰ যি কৰ্ত্তব্যবোধ এই কথা প্ৰতিজন সচেতন নাগৰিকৰ মুখে মুখে। ডাঃ ভুৱনেশ্বৰ বৰুৱা, ফখৰুদ্দিন আলি আহমদ, মহেন্দ্ৰ মোহ চৌধুৰী, বিষ্ণুৰাম মেধি, বিমলা প্ৰসাদ চলিহা, ইন্দিৰা গান্ধী, ৰাজীৱ গান্ধী আৰু শৰৎ সিংহৰ দৰে বিশ্ববৰেণ্য লোকসকলৰ সান্নিধ্যত থাকি তেখেতে নিজৰ জীৱন মহিমা মণ্ডিত কৰিছে।

এসময়ত তেখেতে মোৰ আগত দুখেৰে প্ৰকাশ কৰিছিল -- 'মই ৬০০ জন ডাক্তৰক চাকৰি দিলো, কোনো পইচা লোৱা নাই – অথচ এজন চিকিৎসকৰ

বদলি বাতিল কৰিবলৈ সাম্প্ৰতিক যুগত লক্ষ টকাৰ প্ৰয়োজন।' সমাজৰ এনে অৱক্ষয় তেখেতে গভীৰ ভাবে উপলব্ধি কৰিছে। ৰাজনীতিত নিজকে ব্যস্তৰাখিও তেখেতে দৈনিক অসম আদি কাকতত প্ৰৱন্ধ পাতি লিখি নিজৰ কৰ্ত্তব্যবোধৰ নিদৰ্শন দাঙি ধৰিছে। তেখেতৰ এই সৰলতা, উদাৰতা, বদান্যতা আদিত গুৱাহাটী মেডিকেল কলেজৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ ডাঃ নৰেণ বৰ্মন দেৱেও উদ্বুদ্ধ হৈ পৰিছিল। বৰ্মন এগৰাকী প্ৰকৃতিবিদ, তেখেতে মন্ত্ৰী হৈ থকা সময়তো বিভিন্ন ফুল পুলি আনি বাগিছা শুৱনি কৰাত অভ্যস্ত হৈ পৰিছিল।

কৰ্ম মানুহৰ প্ৰকৃত ধৰ্ম -- এই কথাষাৰ তেখেতে নিজৰ জীৱনৰ জৰিয়তে বুজাইছে। নিতৌ ৰাতিপুৱা সোনকালে উঠি নিজৰ বাগিছাখনি অতিকৈ পৰিষ্কাৰ কৰি ৰাখে । তেখেত সকলো ধৰ্মৰ প্ৰতি সমদৰ্শী, কিয়নো মঠ-মন্দিৰ, নামঘৰ, মছজিদ আদি সকলো ধৰ্মানুষ্ঠানত পৰ্য্যাপ্ত পৰিমানে আৰ্থিক অনুদান দি ধৰ্মৰক্ষাৰ ক্ষেত্ৰত সহায়ক হৈ আছে। নিজে এজন শিৱ ভক্ত, বিষ্ণুভক্ত আৰু কালী গোসানীৰ উপাসক। নিতৌ ঈশ্বৰ উপাসনা কৰিহে সমাজ জীৱনৰ কৰ্মলৈ আগবাঢ়ি আহে। একেজন লোকৰ মাজত ইমান গুণৰ সমাবেশ অকল্পনীয়। মোৰ পিতৃ ঁ জয়চন্দ্ৰ গোস্বামীৰ প্ৰতি তেখেতৰ গুৰুভক্তি অনুকৰণীয়। বিপদৰ সন্মুখীন হোৱা সময়ত পিতৃৰ ওচৰত হিত উপদেশ গ্ৰহণ কৰিছিল। তেখেতৰ প্ৰতি পিতৃৰ স্নেহ আছিল পুত্ৰবৎ। নাগশঙ্কৰ ৰজাৰ দিনতে নিৰ্মানকৰা বিশ্বেশ্বৰ দেৱালয়খনি তেখেতৰ চেষ্টাত জাকত জিলিকা হৈ পৰিছে। যাত্ৰীৰ সুবিধাৰ বাবেও গৃহনিৰ্মান কৰি ধৰ্মৰ প্ৰতি অগাধ বিশ্বাসক জীয়াই ৰাখিছে।

অহা অক্টোবৰ মাহৰ ১২ তাৰিখে তেখেতৰ জন্মদিনৰ লগত সংগতি ৰাখি জীৱনীমূলক গ্ৰন্থখনি প্ৰণয়ন কৰিবলৈ যো-জা কৰাত সন্তোষ প্ৰকাশ কৰিছোঁ। 'গুণী গুনং বেত্তি' --গুণীজনৰ গুণ অনুধাবন কৰা গুণীলোক সকলৰ পবিত্ৰ কৰ্ত্তব্য। বৰ্ত্তমান চিকিৎসালয়বোৰৰ পুতৌলগা অৱস্থা দূৰীকৰণ কৰিবলৈ তেখেতলৈ আহ্বান জনালোঁ। এই পবিত্ৰ জন্মদিনত গুৰুপুত্ৰ হিচাপে আমি তেখেতলৈ আন্তৰিক অভিনন্দন আৰু সুদীৰ্ঘ জীৱন কামনা কৰিছোঁ।

---

শ্ৰীভগবান চন্দ্ৰ গোস্বামী এজন বিশিষ্ট শিক্ষাবিদ, সমাজকৰ্মী আৰু সু-সাহিত্যিক। বৰ্ত্তমান তেখেতে ৰহা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অধ্যক্ষ হিচাবে কাৰ্য্যনিৰ্বাহ কৰি আছে।

# ডাঃ ভূমিধৰ বৰ্ম্মন এজন একান্ত কংগ্ৰেছী কৰ্ম্মী

✍ দেবেন্দ্ৰ নাথ বৰা

যোৱা ১৮ মে', শুকুৰবাৰে পুৱা ১১ বজাত শ্ৰীতৰুণ গগৈদেৱে অসমত কংগ্ৰেছ মন্ত্ৰী সভা এখন গঠন কৰে। নলবাৰী জিলাৰ বৰক্ষেত্ৰী সমষ্টিৰ পৰা নিৰ্বাচিত হৈ অহা ডাঃ ভূমিধৰ বৰ্ম্মনক দ্বিতীয় স্থান দি, স্বাস্থ্য, পৰিয়াল পৰিকল্পনা, আৰু পঞ্চায়ত, গ্ৰামোন্নয়নৰ গুৰুত্বপূৰ্ণ দপ্তৰ কেইটা অৰ্পন কৰে। গধুৰ দপ্তৰ কেইটাৰে সৈতে ডাঃ বৰ্ম্মনে মন্ত্ৰী সভাত দ্বিতীয় স্থান পোৱাত স্বাভাৱিকতে পিচত জনতা ভৱনৰ তেখেতৰ দপ্তৰলৈ, এটা ভাৰাক্ৰান্ত মন লৈ এখোজ-দুখোজ কৰি তেখেতৰ কোঠাৰ ফালে আগুৱাই গ'লো। দুৱাৰৰ কাষত বৈ থকা চতুৰ্থ শ্ৰেণীৰ কৰ্ম্মচাৰী জনে মোক চিনি পাই দুৱাৰখন মোকোলাই দিয়াৰ লগে লগেই মই মন্ত্ৰী মহোদয়ৰ কোঠাত প্ৰবেশ কৰিলোঁ। মই আন্তৰিক ধন্যবাদ দিবলৈ নৌ পাওঁতেই মোক তেখেতৰ সন্মুখত থকা আসন এখনত বহিবলৈ দিয়েই -- মন্ত্ৰী মহোদয়ে হাতত লৈ থকা কলমটো টেবুলৰ ওপৰত থৈ মোৰ ফালে এক গম্ভীৰ দৃষ্টিৰে চাই ক'বলৈ ধৰিলে -- "বৰা, বোধকৰো আমি এই কেইজন কংগ্ৰেছী লোকেই কিজানি এটা Last Link । কংগ্ৰেছ চৰকাৰ হৈছে যদিও মোৰ মনটো গধুৰ। বৰ্ত্তমানে, কংগ্ৰেছী লোকৰ মূল্যবোধ, পৰম্পৰা, আদৰ্শ, ঐতিহ্য, সংস্কৃতিৰ ক্ৰমান্বয়ে অবক্ষয় ঘটিছে। আমি আজি কংগ্ৰেছ চৰকাৰ কৰিছো- কংগ্ৰেছ চৰকাৰ কৰি যদি আমি মানুহৰ মন জয় কৰিব নোৱাৰো - তেন্তে আমাৰ মূল্য থাকিব ক'ত? পূৰ্ব্বৰ সেই নেতা সকলৰ আদৰ্শ, তেওঁলোকৰ আচৰণ আমি আজি সকলোৱেই পাহৰি গৈছোঁহক।" এটা বিশেষ কথাৰ ওপৰত তেখেতে এই কথাকেইটা ব্যক্ত কৰিছিল আৰু ময়ো তাক উপলব্ধি কৰিব পাৰিছিলোঁ। তেখেতৰ কথা কেইটাই মোকো বিচলিত কৰিলে। ভাৰাক্ৰান্ত মনটো মোৰ আৰু গভীৰৰ পৰা গভীৰতলৈ গুচি গ'ল। তথাপিতো মই যিটো উদ্দেশ্য লৈ গৈছিলোঁ তেখেতক এক আন্তৰিক ধন্যবাদ দিবলৈ উদ্দেশ্য

সফল কাম কৰিলোঁ। ধন্যবাদ জ্ঞাপন কৰিলোঁ। তাৰ পিছত মন্ত্ৰী মহোদয়ে আকৌ আৰম্ভ কৰিলে —"বৰা হয়তো আমি সময়ৰ গতিৰ লগে লগেই নিজকে লৈ যাব লাগিব আৰু কালেই হয়তো সকলো কথা নিৰ্ণয় কৰিব।" মোৰ চিন্তা গধুৰ হল। তেখেতৰ এই কথা কেইটাৰ প্ৰতি — অলপ চিন্তা কৰোতেই হঠাতে মহা ভাৰতৰ শান্তিপূৰ্ব্বৰ শ্লোক এটালৈ মনত পৰি মই ডাঃ বৰ্ম্মনক কবলৈ ধৰিলোঁ —

"কালোহি কাৰনং ৰাজ্ঞঃ ৰাজা বা কাল কাৰনম্
ইতি তে শংসয়ো মাভুং ৰাজা কালস্য কাৰনম্।"

কালে ৰাজশক্তিক বা ৰজাক সৃষ্টি নকৰে ; অথচ ৰজাইহে কাল সৃষ্টি কৰে। ৰাজশক্তিৰ কালৰ পৰিবৰ্ত্তন কৰি এক নতুন ভাবধাৰাৰ বা অৱস্থাৰ সৃষ্টি কৰিব লাগিব। তাৰ পিচত মই আৰু এটা বাক্য উচ্চাৰণ কৰি ক'লো — Smooth Sea cannot make skilful sailors" কংগ্ৰেছ সংস্কৃতিৰ যদি অবক্ষয় হৈছে, যাৰ দ্বাৰা আমাৰ সমাজ, আমাৰ দেশ বেয়া হৈছে তেন্তে নেতৃত্ব বহন কৰা ব্যক্তি সকলেই তাৰ সংশোধন ঘটাব লাগিব। তেখেতৰ বহুমূলীয়া সময় মই নষ্ট কৰাৰ প্ৰয়াস নকৰি বিদায় ললোঁ। মাজে সময়ে ডাঃ বৰ্ম্মনক যেতিয়াই লগ পাইছিলোঁ তেতিয়াই তেখেতে পূৰ্ব্বৰ কংগ্ৰেছ নেতা সকলৰ বিশেষকৈ অসমৰ ফখৰুদ্দিন আলি আহমেদ, বিষ্ণুৰাম মেধি, মহেন্দ্ৰ মোহন চৌধুৰী, দেৱকান্ত বৰুৱা, সিদ্ধিনাথ শৰ্মা, বিমলা প্ৰসাদ চলিহা আদি নেতৃবৰ্গৰ আদৰ্শ, তেওঁলোকৰ কৰ্ম্মৰাজি, আচৰণ আদিৰ কথা উল্লেখ কৰি আজিৰ ছাম কংগ্ৰেছী লোকৰ মাজত সেই বিৰাট পাৰ্থক্যৰ কথা সোঁৱৰণ কৰে। তেতিয়াই বুজিব পাৰি কংগ্ৰেছৰ প্ৰতি তেখেতৰ এক বিৰাট অনুৰাগ।

ডাঃ ভূমিধৰ বৰ্ম্মন বৰ্ত্তমান নলবাৰী জিলাৰ বেলশৰ অঞ্চলৰ লোক। তাত বিলেশ্বৰ মন্দিৰ অৰ্থাৎ মহাদেৱৰ স্থানো আছে। পূৰ্ব্বৰ কামৰূপ জিলাৰ এক ঐতিহাসিক ঠাই। ৰাজনৈতিক আৰু সামাজিক ভাৱে মানুহখিনি আগবঢ়া। ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ ক্ষেত্ৰতো বেলশৰ, টিহু, শোলমৰা আদি ঠাই সমূহৰ অৱদান লেখত লব লগীয়া আছিল। স্বাধীনতা পোৱাৰ আগ মুহূৰ্ত্ততো, আৰু পিছতো — ভালে কেইজন কলেজীয়া ছাত্ৰৰ যত্নত সেই অঞ্চলত বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ আন্দোলনে মানুহৰ মন জোকাৰি পেলাইছিল। বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ লোক সকলে, কৃষক বনুৱাৰ হকে কাম কৰাত তেওঁলোকে মানুহৰ মন জয়ো কৰিব

পাৰিছিল। সেই সময়ত সেই অঞ্চলত, পাৰ্টিৰ লোক সকলে অস্ত্ৰ-শস্ত্ৰৰ ব্যৱহাৰ কৰি এক আতঙ্কৰ সৃষ্টি কৰিছিল। পাৰ্টিৰ বিশ্বাসঘাটকতা কৰাৰ অপৰাধত শুদো বৰ্ম্মন বোলা লোক এজনক পাৰ্টিৰ ফালৰ পৰা মৃত্যুদণ্ড দিয়া হৈছিল। সেই ঠাইৰে লোক হ'ল ডাঃ ভূমিধৰ বৰ্ম্মন। ষাঠিৰ দশকত ডাক্তৰী পাচ কৰি সমাজৰ কাম কৰি বৰ্ম্মন জনপ্ৰিয় হৈ পৰিল। এনেতে ১৯৬৭ চনত অসমত বিধান সভাৰ তৃতীয় সাধাৰণ নিৰ্ব্বাচনৰ কাষ চাপিল। ১৯৬৭ চনৰ সময়ত অসমত কংগ্ৰেছৰ অৱস্থা বৰ টনকিয়াল নাছিল। তাতে নলবাৰী অঞ্চল। নলবাৰীৰ দুটা সমষ্টি পুব আৰু পশ্চিম। কংগ্ৰেছ জিকি অহা টান। মোৰ মনত পৰা মতে শ্ৰীমান প্ৰফুল্ল গোস্বামীয়ে এই বিষয়ে দেৱকান্ত বৰুৱাৰ লগত এলাপি আলোচনা কৰি ডাঃ ভূমিধৰ বৰ্ম্মনৰ জনপ্ৰিয়তালৈ লক্ষ কৰি পশ্চিম নলবাৰী সমষ্টিত কংগ্ৰেছ প্ৰাৰ্থী হিচাবে দিয়াৰ আলোচনা কৰে আৰু তেওঁকেই কংগ্ৰেছ প্ৰাৰ্থীত্ব প্ৰদান কৰি বিজয় সাব্যস্ত কৰে আৰু অসম বিধান সভাত প্ৰবেশ কৰে। ইয়াৰ পিছৰ পৰা ডাঃ ভূমিধৰ বৰ্ম্মনে পিচলৈ আৰু ঘূৰি চোৱা নাই। যদিও তেওঁ কেইবাবাৰো পৰাজয় বৰণ কৰিছে আৰু সন্ত্ৰাসবাদী সকলৰ তীব্ৰ আক্ৰমণৰ বলি হৈছে তথাপিও মনোবল আৰু সাহস ভংগ নকৰি দুগুণ দৃঢ়তাৰে কামত আগুবাই গৈ আছে। ১৯৮৩, ১৯৯১ চনত ক্ৰমে তেওঁ হিতেশ্বৰ শইকীয়াৰ মন্ত্ৰী সভাত স্বাস্থ্যমন্ত্ৰী আৰু শিক্ষামন্ত্ৰী হিচাবে কাৰ্যভাৰ গ্ৰহণ কৰি সুখ্যাতি অৰ্জন কৰিছিল। ১৯৭২ চনতো ডাঃ বৰ্ম্মন, পশ্চিম নলবাৰী সমষ্টিৰ পৰা বিজয়ী হৈ শৰৎ চন্দ্ৰ সিংহ মন্ত্ৰী সভাত ৰাজ্যিক ৰাজহ মন্ত্ৰীৰ কাৰ্যভাৰ গ্ৰহণ কৰিছিল। ১৯৭২ চনত, মোকো কংগ্ৰেছে ৮০ নং যমুনামুখ সমষ্টিত প্ৰাৰ্থীত্ব প্ৰদান কৰিছিল আৰু জয়ী হৈ অসম বিধান সভাত প্ৰবেশ কৰিছিলোঁ। ডাঃ বৰ্ম্মন, মই প্ৰথমতে শৰৎ সিংহদেৱৰ মন্ত্ৰী সভাত নিয়োগ হোৱা নাছিলোঁ। বিধান সভাৰ সদস্য হিচাবেই আমি কাম কৰি গৈছিলোঁ। ৰাজধানী শ্বিলঙৰ পৰা তেতিয়া স্থানান্তৰিত হোৱা নাছিল। সেই সময়ত ৰাজ্যখনৰ চিকিৎসালয় সমূহৰ ওপৰত, ঔষধ-পাতিৰ নাটনি, সু-চিকিৎসাৰ অভাৱ আদি লৈ নানান ,সমালোচনা, স্বাস্থ্য বিভাগৰ বিৰুদ্ধে ৰাইজে আৰু লগতে বিধান সভাৰ সদস্য সকলেও কৰিছিল। স্বাস্থ্য মন্ত্ৰী আছিল প্ৰয়াত চত্ৰ সিং টেৰন। মুখ্যমন্ত্ৰীৰ পৰামৰ্শক্ৰমে স্বাস্থ্য বিভাগে এক তদন্ত কমিটি নিয়োগ কৰে। প্ৰয়াত গিৰিণ চৌধুৰী (মন্টু) ডাঃ ভূমিধৰ বৰ্ম্মন, মোক আৰু দুই এজন সদস্যক লৈ এই তদন্ত কমিটি

গঠন কৰা হৈছিল। স্বাস্থ্য বিভাগৰ সচিব নৰসিংহম্ মেম্বাৰ-চেক্ৰেটাৰী হিচাবে নিয়োগ হৈ, প্ৰথমতে আমি বৰ ঝাৰৰ ওচৰত থকা আজাৰা চিকিৎসালয় পৰিদৰ্শন কৰি তদন্তৰ কাম আৰম্ভ কৰিলোঁ। তাৰ পিচত নলবাৰী আৰু তাৰ পিছত বেলশৰ চিকিৎসালয়। দুপৰীয়া বেলশৰৰ ডাঃ বৰ্ম্মনৰ ঘৰতে আমাক দুপৰীয়াৰ আহাৰৰ ব্যৱস্থা কৰিলে। পাৰ চৰাইৰ মাংসৰ আঞ্জা। বেলশৰ, টিহু, সৰ্থেবাৰীৰ ফালৰ মানুহে খোৱা-বোৱা জুটি লগাই ৰান্ধিব জানে। অসমৰ অন্যান্য প্ৰধান অঞ্চললৈকো আমি তদন্তৰ কামত ভ্ৰমণ কৰিছিলোঁ। তদন্ত কৰাৰ পিছত কমিটিৰ ৰিপৰ্ট দাখিল কৰা হ'ল। তাৰ কিছু দিনৰ পিছতেই চৌধুৰী, ডাঃ বৰ্ম্মন আৰু মোকো মন্ত্ৰী সভাৰ সদস্যৰূপে মুখ্যমন্ত্ৰী ডাঙৰীয়াই নিয়োগ কৰিলে। আমাৰ উপৰিও আৰু চাৰিজনক মন্ত্ৰী সভাত স্থান দিলে। ডাঃ বৰ্ম্মনক ৰাজহ বিভাগৰ ৰাজ্যিক মন্ত্ৰীৰূপে নিয়োগ কৰিলে। ৰাজহ মন্ত্ৰী আছিল একালৰ ছচিয়েলিষ্ট পাৰ্টিৰ নেতা তিনিচুকীয়াৰ পৰমানন্দ গগৈ। ছচিয়েলিষ্ট পাৰ্টিৰ নেতা হিচাবে গগৈযে ঘাইকৈ ভূমি সমস্যাৰ ওপৰতেই তেওঁ অধ্যয়ন আৰু কাম কৰিছিল। গগৈয়ে প্ৰায় এই বিভাগৰ মূল দায়িত্বই ডাঃ বৰ্ম্মনৰ ওপৰত অৰ্পন কৰিছিল।

তাৰ পিচতেই টিহুত অসম সাহিত্য সভাৰ অধিবেশন বহাৰ সিদ্ধান্ত হ'ল। অভ্যৰ্থনা সমিতিৰ সভাপতি নিৰ্বাচিত হ'ল, ৰাজ্যিক ৰাহজ মন্ত্ৰী ডাঃ ভূমিধৰ বৰ্ম্মন। সাহিত্য সভাৰ অভ্যৰ্থনা সমিতিত ৰাজনীতিক সোমাব লাগে নে নেলাগে - তেতিয়া তেনে প্ৰশ্ন মুঠেই নাছিল। সাহিত্য সভাৰ সভাপতি নিৰ্বাচিত হৈছিল নগাওঁ কলেজৰ অধ্যক্ষ যজ্ঞেশ্বৰ শৰ্ম্মাদেৱ। মুখ্য অতিথি হিচাবে যোগদান দিছিল মাননীয় ৰাষ্ট্ৰপতি ফখৰুদ্দিন আলি আহমেদ। ৰাষ্ট্ৰপতিৰ যোগদানৰ মূলতেই আছিল অভ্যৰ্থনা সমিতিৰ সভাপতি ডাঃ বৰ্ম্মন। বৰ্ম্মন থকা কাৰণে আমিও টিহু অধিবেশনৰ অভ্যৰ্থনাৰ কামত সহায় কৰি দিছিলোহঁক।

ডাঃ ভূমিধৰ বৰ্ম্মনৰ ওপৰত নানান অত্যাচাৰ হৈছে যদিও তেওঁৰ মনৰ বল, বুদ্ধি আৰু সাহস কেতিয়াও কমা নাই। যিমানেই বিপৰ্য্যয় ঘটিছে, সিমানেই তেওঁ আগুৱাই গৈছে। তেওঁৰ মূল ধন হৈছে -- দুখীয়া-দৰিদ্ৰ জনসাধাৰণক লৈ ৰাজনীতি কৰা। দুখীয়া-দৰিদ্ৰ মানুহৰ উন্নতি কেনেকৈ হয় তাৰ বাবে তেওঁ অহোপুৰুষাৰ্থ চেষ্টা কৰে। ১৯৮৩ চনৰ পৰা মই কেইবা বছৰো ধৰি অসম-খাদী-গ্ৰামোদ্যোগ ব'ৰ্ডৰ অধ্যক্ষ ৰূপে কাম কৰিছিলোঁ। ডাঃ বৰ্ম্মন সেই খিনি সময়ত হিতেশ্বৰ

শইকীয়াদেৱৰ মন্ত্ৰী সভাৰ স্বাস্থ্য মন্ত্ৰী। ডাঃ বৰ্ম্মনৰ সমষ্টিৰ দৰিদ্ৰ সীমা ৰেখাৰ তলত থকা মানুহখিনিক কেনেকৈ আৰ্থিক ভাৱে সহায় কৰিব পাৰি মোৰ লগত প্ৰায়েই আলোচনা কৰে আৰু ব'ৰ্ডৰ অধীনৰ ভালেমান আঁচনি তেওঁৰ সমষ্টিত দিবলৈ বাধ্য হৈছিলোঁ। হয়তো এতিয়া সেই কেন্দ্ৰ সমূহ নিশ্চয় বিলুপ্তিৰ পথত। ১৯৭২ চনত, অসম বিধান সভাই "কৃষি পাম নিগম" নামে এখন আইন প্ৰণয়ন কৰিছিল। এই আইনৰ জৰিয়তে অসমত দহখন কৃষি পাম নিগম গঠন কৰা হল, ৯০০ ৰ পৰা এহেজাৰ বিঘা মাটিৰৈলে। তিনি বিঘাৰ তলৰ উপান্ত কৃষক সকলক প্ৰতেককে ন বিঘাকৈ মাটি দি চৰকাৰী সাহাৰ্য্যত "মালটিপোল ক্ৰুচিং" কৰি তেওঁলোকৰ আৰ্থিক অৱস্থা উন্নত কৰা। এই দৰিদ্ৰ উপান্ত কৃষক সকলক সহায়ৰ কাৰণে ডাঃ বৰ্ম্মনে প্ৰায়েই মোৰ লগত আলোচনা কৰি পথ উলিয়াইছিল। মই সেই সময়ত উক্ত নিগম সমূহৰ দায়িত্বত আছিলোঁ। ডাঃ ভূমিধৰ বৰ্ম্মন দৰাচলতে এজন প্ৰকৃত কংগ্ৰেছ কৰ্ম্মী -- কাৰণ কংগ্ৰেছে দুখীয়া দৰিদ্ৰ মানুহক সেৱা কৰিবৰ কাৰণেই শিক্ষা দি আহিছে যি শিক্ষাৰ গুৰু আছিল মহাত্মা গান্ধী, নেহৰু, পেটেল, আজাদ, গোপীনাথ বৰদলৈ, তৈয়বুল্লা আদি নেতাসকল। তেওঁ এই নেতাসকলৰ কথা অৱতাৰণা কৰে এই কাৰণেই যে, তেওঁলোকে দেশৰ প্ৰতি কৰা ত্যাগ, অৱদান যদি আমি নতুন প্ৰজন্মক নকঁও বা কংগ্ৰেছৰ অতীত কাহিনীৰ বিষয়ে নতুন চাম লোকে নুবুজে বা নাজানে তেন্তে এওঁলোকে প্ৰেৰণা পাব কৰ পৰা? অতীতৰ কাহিনী মানুহে জানিবই লাগিব যাৰ ওপৰত ভিত্তি কৰি অনাগত ভৱিষ্যতে এক নতুন সন্ধান পাব। অতি দুখ আৰু পৰিতাপৰ কথা, কংগ্ৰেছলৈ অহা নতুন চাম লোক-ভাৰতৰ স্বাধীনতা লাভ কৰাৰ হয়তো পিচতহে জন্ম লাভ কৰিছে। কংগ্ৰেছৰ ইতিহাস-মহাত্মা গান্ধীৰ দৰ্শন, নেহৰু, আজাদ, পেটেল, বৰেণ্য নেতাসকলৰ কৰ্ম্মময় জীৱনৰ কথা তেওঁলোকে নাজানে। তেওঁলোকৰ জানিবলৈ আগ্ৰহ নথকাৰ কাৰণেহে ডাঃ ভূমিধৰ বৰ্ম্মন বা আমাৰ দৰে বয়সস্থ লোকসকলৰ মনত বেদনাই আৱৰি ৰাখে।

---

দেবেন্দ্ৰ নাথ বৰা আজীৱন কংগ্ৰেছ কৰ্ম্মী। ১৯৭২ চনৰ শৰৎ চন্দ্ৰ সিংহ মন্ত্ৰী সভাৰ প্ৰাক্তন মন্ত্ৰী। ১৯৮৩ চনৰ পৰা একেৰাহে কেইবাবছৰো অসম খাদী ও গ্ৰামোদ্যোগ ব'ৰ্ডৰ অধ্যক্ষ, বিশিষ্ট সমাজকৰ্মী আৰু সকলোৰে শ্ৰদ্ধাৰ ও মৰমৰ ব্যক্তি।

# ডাঃ বৰ্ম্মনক যিদৰে জানিছিলো

**দ্বিজেন কাকতী**



কেইমাহমান আগতে মোৰ সাহিত্যিক বন্ধু শ্ৰীনগেন চৌধুৰীয়ে ভাষা-প্ৰয়োগ কাৰ্য্যালয়ৰ কোঠাত সমাজসেৱক সাহিত্যিক শ্ৰীহৰেন্দ্ৰ মোহন তালুকদাৰৰ লগত কিবা আলোচনা কৰি আছিল। তেনে সময়তে মই কোঠাত প্ৰৱেশ কৰি গম পালো প্ৰাক্তন মুখ্যমন্ত্ৰী ডাঃ ভূমিধৰ বৰ্ম্মনৰ ওপৰত এখনি গ্ৰন্থ প্ৰকাশ কৰাৰ কথা। সেই সংক্ৰান্তত দুয়োজনে কথা পাতি আছিল। এই গ্ৰন্থ প্ৰকাশৰ কথা বাতৰি কাকততো ওলাইছিল। তালুকদাৰে মোক ডাঃ বৰ্ম্মনৰ ওপৰত লিখিবলৈ ক'লে আৰু লিখিম বুলি প্ৰতিশ্ৰুতি দি অকনমান তেখেতৰ বিষয়ে লিখি বলৈ বাধ্য হ'লো। সঁচাকৈ, মানুহৰ জীৱনটোৰ গুণ-গৰিমাবোৰৰ কথা মৃত্যুৰ পিচত জাহিৰ কৰাতকৈ জীয়াই থাকোতেই প্ৰকাশ কৰা ভাল।

চন, তাৰিখ, মাহ মনত নাই। বহুবছৰৰ আগৰ কথা। জোনাক ৰাতি। গৰমৰ দিন। আমাৰ ঘৰৰ চোতালত মোৰ পিতা স্বৰ্গীয় সুৰেন্দ্ৰ চন্দ্ৰ কাকতিয়ে আমাৰ গাৱঁৰ আৰু ওচৰৰ ˘ হৰদত্ত কলিতা, ˘ কন্দৰ্প তালুকদাৰ, ˘ দয়ানাথ শৰ্ম্মা, ˘ ৰাজেন্দ্ৰ নাথ দাস, ˘ চন্দ্ৰকান্ত শৰ্ম্মা আৰু কেইবাজনো মুখিয়াল মানুহৰ লগত কথা-বতৰা পাতি আছিল। ঘাইকৈ ৰাজনীতিৰ বিষয়টোৱেই আলোচনাত বেছিকৈ প্ৰাধান্য লাভ কৰিছিল। পিতাহঁত কংগ্ৰেছী মানুহ। হাড়ে হিমজুৱে কংগ্ৰেছী লোক। কোনো ভেজাল নাই। ঘৰৰ সকলো কাম বাদ দি শিক্ষকতা সমাজ আৰু কংগ্ৰেছৰ হকে জান-প্ৰাণ দিছিল। তেওঁলোক আজি-কালিৰ দৰে কংগ্ৰেছী মানুহ নাছিল। ব্যক্তিগত স্বাৰ্থৰ বাবে আজি অ'ত কাইলৈ ত'ত। মন কৰিছিলো তেওঁলোকৰ আলোচনাবোৰ আছিল স্বৰ্গীয় মহেন্দ্ৰ মোহন চৌধুৰী, শ্ৰীমান প্ৰফুল্ল গোস্বামী,

শ্ৰীপ্ৰবীন শৰ্ম্মা, শ্ৰীপ্ৰভাত নাৰায়ণ চৌধুৰী, শ্ৰীগৌৰীশঙ্কৰ ভট্টাচাৰ্য্য, শ্বেখ ছান্দ মহম্মদ আৰু বেলশৰৰ ডাক্তৰ মানুহ এজনৰ কথা কৈ আছিল - ডাক্তৰ হিচাবে বৰ ভাল, ৰাজনীতিত নামিছে যেতিয়া এদিন অসমৰ মুখ্যমন্ত্ৰী হ'ব ইত্যাদি। সেই ডাক্তৰ বোলা মানুহ জনেই আছিল ডাঃ ভূমিধৰ বৰ্ম্মন।

১৯৭২ চনৰ জুন মাহ। আমাৰ সম্পৰ্কীয় মানুহ এজন বহুদিন ধৰি গুৱাহাটী পানবজাৰৰ চিকিৎসা মহাবিদ্যালয়ৰ হস্পিতালত চিকিৎসাধীন হৈ আছিল আৰু মই তেওঁক কেবাদিনো দিনে ৰাতিয়ে চোৱাচিতা কৰিবলগীয়া হৈছিল। গম পালো কাষৰ কোঠাটোত চিকিৎসাধীন হৈ আছিল ডাঃ ভূমিধৰ বৰ্ম্মন। কোনো দুবৃত্তই তেখেতক আক্ৰমণ কৰিছিল, যাৰ বাবে তেখেত বহুদিন চিকিৎসাধীন হব লগীয়া হৈছিল। তেখেত হস্পিতালত ভৰ্ত্তি হোৱাৰ দুদিন পিছতে মই তেখেত থকা কোঠাত সোমায় খা-খবৰ লৈ মোৰ পৰিচয় দিছিলো আৰু তাৰ পিচদিনাৰ পৰাই তেখেতৰ লগত সদায় দুই তিনিঘন্টা ধৰি নানাধৰণৰ কথা পতৰা হৈছিলোঁ। তেতিয়াৰ পৰাই আজিলৈকে তেখেতৰ লগত দাদা হিচাবে মোৰ ভাল সম্বন্ধ এটি গঢ়ি উঠিছিল। তাৰ পিচত মই তেখেতক বহুবাৰ সভাই সমিতিয়ে আৰু তেখেতৰ ঘৰতো লগ পাই কথা বতৰা হৈছিলোঁ। সচাঁকৈ মানুহজন হোজা, নিৰহংকাৰী আৰু পৰোপকাৰী লোক। জনতাক সেৱা কৰি ভাল পায়। য'লৈকে যায় তালৈকে জনতাৰ সোঁত বয়।

১৯৯১ চন। নভেম্বৰ মাহৰ ঊনৈশ তাৰিখ। গম পালো বশিষ্ঠ মিলিটাৰী হস্পিতালত ডাঃ বৰ্ম্মন অসুখৰ বাবে চিকিৎসাধীন হৈছে। মই আৰু মোৰ ভনীজোঁৱাই পশুচিকিৎসক ডাঃ অনিল চৌধুৰী দুয়োজনে গৈ তেখেতৰ স্বাস্থ্যৰ খবৰ কৰিলো। ক্ষন্তেক পিচতে তেতিয়াৰ মুখ্য সচিব শ্ৰীহৰেন দাসেও অসুখৰ খবৰ লবলৈ গৈছিল। আমি আটাইকেইজনে তেখেতৰ খা-খবৰ লৈ গুচি আহিলো আৰু কিছুদিন পিচত গম পালো ডাঃ বৰ্ম্মন সুস্থহৈ ঘৰলৈ আহিল।

ডাঃ বৰ্ম্মন এজন ঈশ্বৰ ভক্ত লোক। ঈশ্বৰৰ ওপৰত তেখেতৰ অগাধ বিশ্বাস। তেখেতে কয় -- "ঈশ্বৰৰ সহায় থাকিলে মানুহে একো কৰিব নোৱাৰে"। সেয়ে দুৰ্বৃত্তৰ দ্বাৰা কেইবাবাৰো আক্ৰান্ত হ'লেও ডাঃ বৰ্ম্মন কিন্তু অক্ষত অবস্থাত আছিল। কোনেও তেখেতৰ প্ৰাণ নাশ কৰিব নোৱাৰিলে।

ডাঃ বৰ্ম্মন বৰ্ত্তমান স্বাস্থ্য, পঞ্চায়ত আৰু গ্ৰামোন্নয়ন মন্ত্ৰী। দিনে ৰাতিয়ে ব্যস্ততাৰ মাজতে থাকি ভাল পায়। এওঁ অকলশৰীয়াকৈ থাকি ভাল পোৱা লোক নহয়। অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী আৰু পঞ্জাৱৰ ভূতপূৰ্ব ৰাজ্যপাল স্বৰ্গীয় মহেন্দ্ৰ মোহন চৌধুৰীৰ লগত এইজনা ব্যক্তিক তুলনা কৰিব পাৰি। চৌধুৰী আছিল অসমৰ জনসেৱক ব্যক্তি।

জোনাক ৰাতি তাহানিৰ পিতা আৰু তেওঁৰ বন্ধুবৰ্গই কৰা আলোচনা আৰু তেওঁলোকৰ সপোন সচাঁকৈ এদিন ফলিয়াইছিল। কিছুদিনৰ বাবে হলেও ডাঃ বৰ্ম্মন অসমৰ মুখ্যমন্ত্ৰী হ'ল। ভৱিষ্যতেও হয়তো হ'ব। ইয়াকে আশাকৰি ভগৱানৰ ওচৰত তেখেতৰ দীৰ্ঘায়ু কামনা কৰিলো। সুস্থ শৰীৰেৰে জনগনৰ সেৱাত ব্ৰতী হওক।❒

---

দ্বিজেন কাকতী সামাজিক লোক আৰু জনসংযোগ বিভাগৰ এজন সুদক্ষ কৰ্ম্মচাৰী।



অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী আৰু বৰ্ত্তমান স্বাস্থ্য, পৰিয়াল পৰিকল্পনা আৰু গ্ৰামোন্নয়ণ মন্ত্ৰী ডাঃ ভূমিধৰ বৰ্মনক তেখেতৰ ৭০ তম্ জন্ম দিবস উপলক্ষে যোৱা ১২ অক্তোবৰ তাৰিখে তেখেতৰ দিশপুৰৰ বাসভৱনত ডাঃ ভূমিধৰ বৰ্মন "অভিনন্দন গ্ৰন্থ" সম্পাদনা সমিতিৰ সম্পাদক শ্ৰীহৰেন্দ্ৰ মোহন তালুকদাৰে "সম্বৰ্দ্ধনা পত্ৰ" অৰ্পণ কৰা দেখা গৈছে।



ডাঃ ভূমিধৰ বৰ্মনক ৭০ তম্ জন্ম দিবস উপলক্ষে যোৱা ১২ অক্তোবৰ তাৰিখে প্ৰকাশিত "অভিনন্দন গ্ৰন্থ" তেখেতৰ দিশপুৰৰ চৰকাৰী বাসভৱনত সম্পাদনা সমিতিৰ সম্পাদক শ্ৰীহৰেন্দ্ৰ মোহন তালুকদাৰে অৰ্পণ কৰা দেখা গৈছে।



ডাঃ ভূমিধৰ বৰ্মনক ৭০ তম্ জন্ম দিবস উপলক্ষে তেখেতৰ দিশপুৰৰ চৰকাৰী বাস ভৱনত গুণমুগ্ধ বন্ধু-বান্ধৱ আৰু শুভকাংক্ষী ব্যক্তিসকলে জন্ম দিনৰ শুভেচ্ছা জনোৱাৰ লগতে ডাঃ ভূমিধৰ বৰ্মন "অভিনন্দন গ্ৰন্থ" সম্পাদনা সমিতিৰ সম্পাদক শ্ৰীহৰেন্দ্ৰ মোহন তালুকদাৰে যোৱা ১২ অক্টোবৰত তেখেতক ফুলাম গামোছাৰে সম্বৰ্দ্ধনা জনাইছো।



ডাঃ ভূমিধৰ বৰ্মনক তেখেতৰ ৭০ তম্ জন্ম দিবস উপলক্ষে প্ৰকাশ হোৱা "অভিনন্দন গ্ৰন্থ" সম্পাদনা সমিতিৰ সম্পাদক শ্ৰীহৰেন্দ্ৰ মোহন তালুকদাৰৰ লগত দেখা গৈছে।

# অভিনন্দন ডাঃ বৰ্মনলৈ

শ্ৰীৰোহিণী কুমাৰ শৰ্মা



(১)

নলবাৰী সমীপত বেলশৰ গাওঁ
অতীতৰ ইতিহাস সমুখত পাওঁ,
বেলশৰ-বিঘ্নেশ্বৰী
আদি শক্তি বিষহৰী
অহৰহ নৰ-নাৰী কৰিছে ভকতি
মাতৃৰ চৰণ সেৱি লভিছে শকতি।

(২)

"ডাঃ ভূমিধৰ বৰ্মন" -- নাম আপোনাৰ
"বেলশৰ জন্মভূমি -- জন্মৰ আধাৰ ;
দেৱীৰ থাপনা পাতি
স্তুতি কৰি দিন-ৰাতি
পিতৃ-মাতৃ পালে মাথো, ফল সাধনাৰ
ভগৱতী আশীসত জন্ম আপোনাৰ।

(৩)

জন-গন সেৱা কৰি পুলকিত মন
সমাজ গঢ়াৰ বাবে মেলিলে নয়ন ;
ভাই ভাই ভেদা-ভেদ্
ভুল বুজি মিছা জেদ্
জন্মতেই আপোনাৰ ৰাজ-চিহ্ন গাত
চউদিশে গুণৰাজি বিয়পিছে তাত।

(৪)

দুখীয়াৰ দুখ দেখি বেদনা হিয়াৰ
নৰৰূপী অৱতাৰ জনতা সেৱাৰ ;
গৰীৱৰ প্ৰাণ বুলি
সৱে কয় হিয়া খুলি
চিকিৎসক ৰূপে আজি কৰিছে সাধনা
জননী উদ্ধাৰ হেতু পৰাণ-প্ৰাৰ্থনা।

(৫)

তীক্ষ্ণ বুদ্ধি গৱেষক সৰুৰে পৰা
দেশৰ কামত সদা হয় আত্মহাৰা ,
বৰক্ষেত্ৰী ধৰ্মপুৰ
ৰঙে ৰসে ভৰপূৰ
ৰাজনীতি বেহু সাজি সমাজ সাৱটি
জননীৰ চৰণত জনালে প্ৰণতি।

(৬)

"স্বাস্থ্য, শিক্ষা, ৰাজহ" —মন্ত্ৰীৰ আসন
তেনেদৰে "পঞ্চায়ত" — কৰে সুশোভন ;

মুখ্যমন্ত্ৰী গুৰুভাৰ
পূৰ্ব্বতে ললে এবাৰ
প্ৰশাসনত দক্ষনেতা, আছে অভিজ্ঞতা
অচিৰতে দূৰ কৰে মাথোঁ মলিনতা।

(৭)

"ভূমিধৰ নাম ল'ই হ'ল বিভূষিত
ৰাজ সন্‌মান পাই হিয়া পুলকিত,
য'তে যায় ততে জয়
তিল মানো নাই ভয়
অদম্য সাহস ল'ই সমুখ পথত
আগুৱাই যায় সদা কামৰ লগত।

(৮)

পুত্ৰ-কন্যা সমন্বিতে সুখৰ সংসাৰ
পতি ভক্তা স্ত্ৰী সমে আনন্দ অপাৰ।
পিতৃ-মাতৃ সেৱা কৰি
সমাজ সাৱটি ধৰি
"পঞ্চায়ত" মন্ত্ৰী হ'ই জননী উদ্ধাৰ
সমুখত বিভেদৰ বাজিছে ঝঙ্কাৰ।

(৯)

স্পষ্টবাদী, প্ৰিয়ভাষী, নাই ভিন্‌-পৰ
নিষ্ঠাৰেই কাম কৰি হয় অগ্ৰসৰ।
দিন-ৰাতি অবিৰাম
কৰিছে দেশৰ কাম
ভেদা-ভেদ নাশ কৰি সমাজ সাৱটি
দূৰ কৰি দুৰনীতি আহিছে উভতি।

(১০)

ৰোগ-নিৰাময় কৰি ধৰি আছে আল,
আনৰ দুখত সদা মেলে চকুহাল।
সৰু-বৰ নাই ভেদ
যদিও আছে বিভেদ
হিন্দু-মুচলিম্ সতে একে লগ কৰি
জননী উদ্ধাৰ কৰে ল'ই এনাজৰী।

(১১)

দেৱীৰ থাপনা পাতি পূজা কৰে তাত
অহৰহ সেৱা কৰি পালে ৰাজপাট।
কংগ্ৰেছৰ দল খুলি
চাইছে নিজৰ বুলি
অসম উন্নতি হেতু হ'ল একমতি
যদিও আগত আছে বহু লটি-ঘটি।

(১২)

যুগে যুগে অৱতাৰ নৰৰ মাজত
ঢাৰি পাৰি ভক্তগণ বহিছে আগত।
আপোনাৰ জন্ম-তিথি
ভক্তিৰে আহিছো উঠি
ধূপ, ধূনা সমে আছে অগৰু-চন্দন
শুভেচ্ছা যাছি, জনালো অভিনন্দন।

---

ৰোহিণী কুমাৰ শৰ্ম্মা ৰাজ্যিক পুৰস্কৰপ্ৰাপ্ত শিক্ষক, শিক্ষাবিদ, সাহিত্যিক আৰু সমাজকৰ্মী, নলবাৰী জিলাৰ ধৰ্ম্মপুৰ সমষ্টিৰ গামাৰিমুৰী-গাৱঁৰ স্থায়ী বাসিন্দা যদিও বৰ্ত্তমান গুৱাহাটীৰ কামাখ্যা হাইস্কুৰ প্ৰধান শিক্ষক হিচাবে কাৰ্য্যনিৰ্বাহ কৰি আছে।

# DR. BARMAN : PERSON AND PERSONALITY

✍ Dr. Haren Das

I have known Dr Bhumidhar Barman for the last thirty years. When I first met him, he was a young member of the Assam Legislative Assembly, What struck me at the very first meeting was his extreme humility, civilised manners and his ability to befriend people. It is remarkable that he has retained those qualities down the years in spite of the fact that he has, in the meanwhile, attained the pinnacle of glory.

From a Junior Medical Practitioner at the distant village of Salmara in the District of Nalbari to the chair of the Chief Minister of Assam is, indeed, a long long journey. But, Dr Barman has traversed this long distance with aplomb. We have seen successful politicians being caught up in mires of corruption and controversies. We have also observed how people of humble origin become rude and abrasive once they test power and glory. Such, fortunately, has not been the case with Dr Barman. He has remained what he was at the beginning of his political career, a man of the earth, earthy Clad in scentless white Dhoti and Kurta, Dr Barman istantly reminds one of the people he represents-simple villager whose roots are deep in the soil Small wonder, Dr Barman has not lost touch with his root in spite of the commanding heights he has attained in course of his long and distinguished political career.

The Anti-foreigners Movement hit the Congress party hardest in lower Assam. Particularly, Nalbari, the home District of Dr

Barman, was in the Vanguard of Assam Agitation. Even today, Nalbari is the centre of extremist activities. Millitant groups of all hues operate from there carrying on their missions of death and destruction. Dr Barman himself was targeted thrice by the extremists. It is our good fortune that he survived all those murderous attempts. There was a time when the Congress was put to considerable disadvantage in Assam generally and in lower Assam in particular. But Dr Barman braved all odds and kept the Congress Flag flying in lower Assam. His soft and amiable exterior conceals a heart and mind of steel which do not crumble in the face of adversity When he was defeated in the elections in 1985, Dr Barman, unlike many leaders who left their constituencies and home towns for safe haven in Guwahati, went back to his native village of Belsor and resumed his medical practice there. In this way, he maintained his contact with the grassroots. And low and behold, within five years, he bounced back to his original position of power and authority. He was elected once again to the Assam Legislative Assembly in 1991, became a Cabinet Minister, and, thereafter, rose to the position of the Chief Minister, albeit briefly, when Hiteswar Saikia was snatched away from us by the cruel hands of death.

Today, Dr Barman is a leading figure in the Assam Congress. He has considerable say in the Congress Party, Particularly, on the matters connected with lower Assam. It is to a great extent through his untiring efforts that the Congress has bounced back to strength in lower Assam, that is, Kamrup, Nalbari, Barpeta, Bongaigaon, Dhubri and Goalpara Districts. We pray to God almighty that He may shower His choicest blessings on Dr Barman allowing him good health and long life.❑❑

---

*Writer is a Senior Advocate, Guwahati High Court and a reputed Social worker now Congress MLA from Hajo Constituency.*

# DR. BHUMIDHAR BARMAN : AN ELITE PERSONALITY

**Suren Ram Phukan**

Dr. Bhumidhar Barman needs no introduction in Assam. A former Chief Minister he has to his credit popness several qualities of head and heart and for his credentials people in general held him in high esteem.

Dr. Barman was an outstanding medical practioneer of the Nalbari district and if he would have concentrate on the medical profession, he would have earned name and fame.

But from his childhood he was interested in politics and looking to the sacrifices made by Gandhiji, Pt. Nehru, Deshabhakta Phookan and Karmabir Nabin Chandra Bordoloi. He was influenced by those celebrates who had made immense contributions in achieving the independence of India. Regarding the glorious freedom struggle of India, Dr. Barman is well-versed of the Non-co-operation Movement of 1921 and about the Quit India Resolution of 1942. He is well equipped with record regarding Assam's contribution during the Non-coperation Movement of 1921.

Add. Page ! : after name & fame: His too important calleagues in the Assam Medical College were Dr. H. P. Baruah, who was gunned down in the AMC premise and Dr. Dipali Dutta, another Principal of GMC. During the time of Dr. Barman we still stalled about Dr. Late Bhubneswar Baruah, Dr Kalicharan Das, Dr Akshya Dutta, Dr. Hameswar Devchoudhury & Dr. Kamaleswar Barua etc. They are no more with us. There was a time Dr. Tara

Prasad Das earned a quite good name as a physician in his home district Barpeta presently the chairman of APSC and in dairy pritty well.

Dr. Barman is a devoted and a dedicated Congress man and a disciplined soldier of the party high command. Page : I : After Paty lommand when Dughalshaleta Phukun burnt faring clomen, he was purhaps in his school days. Presently, he is a senior Vice-President of the APCC(I) and frequently visits Rajiv Bhawan, the headquarters of the Congress(I) Committee to attend meetings and to dispose off important papers. Whenever, there is a memorial meeting organised by the party, Dr. Barman, often presides and speaks eloquently on the sacrifices made by the stalwart like Tarun ram Phookan, Nabin Chandra Bordoloi, Lokapriya Bordoloi, Hiteswar Saikia and others. I have had the occasion to listen to some of his lucid speeches in the Rabindra Bhawan and in the premises of the Rajiv Bhawan where I am occasionally invited to take part in the death anniversary of Deshabhakta Tarun Ram Phookan. The last speech of Dr Barman was heard by me when he presided over the third death anniversery of Hiteswar Saikia. Dr. Barman presided over the meeting and spoke very fluently on the burning problems of the state giving special reference of the life and activities of Hiteswar Saikia. The packed audience of the evening highly appreciated his extempore speech. It was full with facts.

After the demise of Chief Minister Hiteswar Saikia on 22nd April 1996, he was invited by the Governor of Assam Shri L. N. Mishra to take oath as the interim Chief Minister of the State. It was immediately after the General Election of 1996 and the results were not announced. He is an outright man and do not want to go into controversy. It is seldom found in our country where a sitting Chief Minister is highest unsealed. Dr. Barman with his power and position during the interim period as the

head of the state, could have resorted to malpractice and easily could have snatch the ballot boxes and go for rampart rigging. But he didn't stoop so low and accepted defeat with grace and ease. He remain as a loyal partyman Always clad in milk white khadder, Dr. Barman is without any pomp and vanity and lead a simple life. He can endear all by his amiable dispostion.

Dr. Barman is known to us not as a partyman but as an elite personality. When his medical profession was at his peak, he could have earned lavish money. But instead he looked after his patients at his Belsor residence and from down to dusk there was a rush of people. He talked to them very poiitely and used his thetiscope to find out the ailment sill, today people speaks very good of him.

He was a close confident of Hiteswar Saikia and whenever there is a crucial decision to be adopted by Saikia, Dr Barman advise was always taken into priority. There was a time, when he stood by the side of Saikia. Shri Mukut Sharma was also one of them

Dr. Barman was a God fearing and he always enjoy the blessings of the Almighty. To me, he has more friends and admirers and less number of foes. It is still mind in our memory when a group of extremist attempted on his life. It was not once but thrice he was saved from the jaws of death This was perhaps possible that he had the blessings of God

Son of Late Bhakat Ram Barman, Dr. Bhumidhar Barman was born on August 12, 1931, at village Belsor. In 1951, he passed the matriculation examination with credit. Dr. Barman was a student of the mighty Cotton College from where he went to Dibrugarh to prosecute medical studies. At Dibrugarh, he showed his metal as a student and came out with flying colours in the final MBBS examination.

For a brief period he was an Assistant Surgeon Grade-I but subsequently he resigned. From record, it has been found that in all the assembly elections held in 1967, 1983 and 1972, in 1991 he beat his powerful opponent by powerful majority of votes. He adorned the coveted chair of a minister and hold portfolios like Revenue, Education, Health and Family Welfare without any blemish. As the Education Minister he brought new vista in the scenario.

It is good to know that some of his well wishes including veteran journalist Sri Satish Chandra Kakati, public man Harendra Mohan Talukdar and others decided to publish a biography on Dr. Bhumidhar Barman, who is still very active in public life. We wish best of luck to this eminent personality of the state and pray to the Almighty to grant him a long lease of life to serve the people of the down trodden people of Assam. May his coming years be a rewarding one.❑❑

---

*The writer Shri S. N. Phukan is a reputed Football Referee and famous cricket Upmier of the State as well as the Country as a whole. A profile writer and a former public Member of the Assam State Electricity Board and a noted Journalist.*

# DR. BHUMIDHAR BARMAN FAMOUS PHISICIAN AND FRIENDS OF THE COMMON MAN

**Prof. D. C.Choudhury**



It is may pleasure to say that I know well Dr. Bhumidhar Barman, M. B. B. S. since a long time.

As a matter of fact I knew his father Late Bhakat Ram Barman and his elder brothers who had popular and respectable business in Tihu Town. They hail from Belsor and I hail from Makhibaha and I was a student of Tihu H. E. School from 1937 to 1944.

After my return from U. K. with higher studies, I joined as Asst. Professor of Medicine in Assam Medical College, Dibrugarh in August, 1956.

Late Dr. Mathura Nath Bhattacharjee who also hail from Makhibaha, He was my senior and he was professor of Medicine at Assam Medical College, Dibrugarh I learnt from Dr. Bhattacharjee that Dr Bhumidhar Barman a product of Tihu H. E. School was a sincere clinical student at A M. C. Dibrugarh. Dr. Barman passed M. B. B. S. from A. M. C. in 1958 with credit and started practice at Belsor after completion of P. R. C. A. in A. M. C. Dibrugarh.

In the meantime Gauhati Medical College was started in 1960 at Jalukbari and clinical departments in Medicine and Surgery was started at Panbazar Civil Hospital.

Late Dr. J. Mahanta, F. R. C. S and myself was transferred in February, 1962 from Assam Medical College, Dibrugarh to Gauhati Medical College as Professor and Head of the Department of Surgery and Medicine respectively.

Now, quite a large number of patients started coming from Belsor and Chamata area for further consultation to Gauhati Medical College.

I had the privilege to know more about Dr. Bhumidhar Barman. I learnt from the patients and the public coming from that area that Dr. Barman is very considerate and sympathetic for the poor patients. That is why he was loved and respected by all section of the people. He was extremely popular and amiable in nature.

As a doctor also I found his diagnosis and treatment was invariably correct. He took interest and cares and referred serious cases to Gauhati Medical College for expert opinion.

In 1963 and 1964 I was residing at Rehabari, Guwahati near late Mohendra Mohan Choudhury's residence. Very often I had to accompany him in his car to attend his father-in-law late Biswanath Das and his brother-in-law late Biraja Das. During our journey late M. M Choudhury narrated the qualities and potentialities of Dr. Bhumidhar Barman to become a political leader who could replace him in future.

The remarks of late M. M. Choudhury turn out true. Late M. M. Choudhury had tremendous love and likings for Dr. Bhumidhar Barman

Dr. Barman was Minister of Health and Family Welfare in 1983 to 1985. I was the Principal of Gauhati Medical College during this period. I came in close and intimate contact with him during this period.

Dr. Barman was a fine, considerate and sympathetic person with all the qualities of a good administrator. He was extremely human and sincere in his duties, but very simple and honest in his living.

By dint of his honesty and efficiency he rose to the rank of Chief Minister of Assam. I wish Dr. Barman all the success.

May God bestow him long for the benefit of of the people at large.❑

---

*The writer is reputed physician and retired Principal Guwahati Medical College and a Social worker.*

# DR. BHUMIDHAR - MAN OF GRACE AND COMPASSION

**Dr. H. N. Kalita**

Dr. Bhumidhar Barman is one of Assam's finest living politician professionals. His name is synonymous with all the great virtues and graces which are the make up of a statesman, wedded to liberal democracy and highest standards in public life, decency and dignity. His detachment to wealth and to the glamour of muscle power, divorced from guile and intrigue, put him in a class of the vanishing species.

Any reasonable man can find in Dr. Barman's role in the complex event of Assam Congress during the last decades an attempt at upholding the concept of principled politics, a politics committed to liberal democratic values as well as higher moral values of truth and humanism against the forces which were conspiring to destroying them. Among other things, Dr. Barman stands out like a role model for policians to emulate. Dr. Bhumidhar Barman is a great statesman of vision and has a towering personality who has made monumental contributions to the development of Assam and also national development. His best for life and commitment to socially responsible causes kept him young in spirit. Dr. barman has played a significant role in public life, creating as well as dictating, the course of history of Assam congress to a great extent.

With his instinctive sense of responsibility and eminently practical approach to krotty political and social issues, he has been making an impact on critical situations during the last two decades of Assam's political history.

Dr. Bhumidhar Barman is a redoubtable figure in post 1980's Assam's political history and has enjoyed a well-deserved reputation. His vaunted political and organizational skills, administrative acumen, legislative progress, honesty and patriotism which are underlined by his commitment to gandhian values and philosophy and enduring welfare of the people. He is rightly cytolled as the architect of modern Nalbari and one of the tallest leaders in Assam.

Dr. Bhumidhar Barman, a great Orator, he used his oratory to evoke political consciousness among the people and to campaign for social reform. Dr Barman sets high standards of profity in public life

A guardian to the core, Dr. Bhumidhar Barman is uncompromising when it comes to uphold principles and high worals. This elder statesman has led a simple life and has never hankered after aristocratic life.

Di Bhumidhar Barman us one of Assam's noblest sons who served the state valiantly before and after independence. An able politician Dr. Barman has several landmarks during his tours as Minister as well as the chief Ministei of Assam.

Dr. Bhumidhar Barman is a gieat political stalwart of Assam who has dedicated his own self for the service of the people and has won the hearts of hundreds of people in Assam. I pray God for his long life.□□

---

*The writer was a retired Principal Government Law College Guwahati and Former Member of the Assam Public Service Commission*

# DR. BHUMIDHAR BARMAN, THE MAN OF THE PEOPLE

**Pramode Ch. Chakravarty**



Dr. Bhumidhar Barman, a man of multifarious qualities of head and heart was the first politician from Nalbari to become a Minister of Assam when he was appointed the Minister of state for Revenue in 1972 in the Sarat Chandra Sinha Ministry.

The popular physician turned politician in mid sixties, he was first elected to the Assam Assembly in 1967 from the West Nalbari constituency and since then he has been in active public life without any interruption.

Considering his qualification, assured job of a Government Surgeon and popularity as a physician, he could have easily led an urban-based comfortable life like many of his contemporary successful doctors. But his was a different objective in life and was not prepared to limit his service to the people only as a physician.

One significant aspect of his life is his close attachment to villages. During his long tenure as Minister, he did not shift his family from village and retained his village home as hub of his political and social activities. Even today, despite his very busy schedule with several important portfolios under him he prefers to rush to his village and his constituency very fequently braving, at times, even security risks.

It may be pointed out that of the abortive attempts made on his life by ultras, two took place in front of his Belsor home. On both the occasions, I was one of the firsts to visit him and wondered to see how miraculars and providential the escape was in the face of the dangerous attack. The third attempt was at a village near Mukalmua in Borkhetri.

It is not easy to judge a man by coming into a formal contact or by hearing one's public speeches. In order to study a person one must come into close contact involving some common activities. As a Press Reporter of Nalbari, I had the opportunity to come into close contact with Dr. Barman. On many occasions I also worked together under his leadership

As the General Secretary of the Nalbari District Bharat Sevak Samaj of which he was the Chairman, I was impressed by his organizing ability and constructive ideas He knows how to mobilize a right man for a right cause at a right time for achievement of an objective aimed at.

He was the President of Nalbari College Governing Body for three years (1993-1996) during my tenure as Principal and Secretary. Appointment of politician as President or otherwise to the Governing Bodies or Managing Committees of the eduacational institutions is not a new phenomenon. It must be admitted that it is due to the initiative and leadership of the politicians many of the today's educational institutions came into being. But in the context of present political culture and quality of some of our public leaders, it often alleged that many of the politicians utlize their office in the educational institutions for furthering their political or non-academic interests. This is often manifested in matter of appointment of teachers and employees on political interest at the cost of merit.

Such allegations are not true at least in the case of Dr. Bhumidhar Barman. As Principal of Nalbari College, I still cherish my association with Dr. Barman as the President of the College Governing Body. So far as the College affair was concerned, he alwasy kept politics away from the campus During the three-year period under his presidenship, merit was the sole criterion in all appointments, even at times when some candidates were found to be close to him politically or otherwise He was always sympathetic to the needs of the teaching and non-teaching staffs. I still remember that in matter of recommendation of Lecturers for Selection grade scale, confirmation of services etc he was always prompt in action.

The way he functioned smoothly and with general acceptability, as President of the Governing Body, even his critics who once questioned his being the GB President were found silent.

I still feel happy to think the confidence he had reposed on me when he later signed the proceedings of the Governing Body meetings without going through it.

The combination of two tenets, namely, his firm faith on God and the scientific temperament in him made Dr. Barman unique. A man with education in the modern medical science, he was a rationalist looking all problems, whether personal of social from this angle On the other hand he was very much a religious man with firm faith in the Almighty While narrating his miraculous escape from the three dangerous attempts on his life by ultras, he always attributed it to the blessings of the Almighty

Though a religious man, he was never a bigoted one His cordial relationship with people of other faith and the love and affection they shower on him is a pointer to this

In his long public life he has served the people as MLA, Minister, Chief Minister and as Party office bearer. The road of a political man is not alwast smooth. So was the case for Dr. Barman. During the Assam agitation particulary in 1983 he had to face some tough times which he had overcome with courage and dignity Under no circumstance he did budge an inch from his conviction. He had been with the party like a solid rock despite provocation faced at times for being a Congressman.

Unlike some of today's politicians, he has never compromised with his allegiance to the Party and his leaders. I have seen Dr. Barman as a faithful and trusted Congressman to his leader since the time of Mahendra Mohan Chaudhury. Similarly he also maintained close ralation with the grassroot level workers of his party.

I have seen that the two things he likes most have been the hard labour and the association of the people. It is difficult to believe unless one sees it the way he remains busy in work and in meeting visitors till late at night even at this age.

Dr. Bhumidhar Barman, in the true sense of the term is a leader of the people Whether he is in power or out of power there has always been rush of visitors at his residence, office and public places. His simplicity, easy accessibilty and above all his love and care for the people have made him the leader of the people by the people and for the people.

On this day of his birthday I wish Dr. Barman a long, active and happy life.❐

---

*The writer Shri Pramode Chandra Chakrabarty Journalist, Ex Principal, Nalbari College and presently working as Member Assam Public Service Commission.*



নতুন দিল্লীত অনুষ্ঠিত এখন গুৰুত্বপূৰ্ণ অধিবেশনত
অসমৰ মুখ্যমন্ত্ৰী হিচাবে প্ৰতিনিধিত্ব কৰা অৱস্থাত।

# গ্ৰন্থ প্ৰণয়ন সমিতিৰ সম্পাদক

## শ্ৰীমান হৰেন্দ্ৰ মোহন তালুকদাৰৰ বিষয়ে দুআষাৰ

বিশিষ্ট চিকিৎসক, সমাজ কৰ্মী তথা প্ৰবীণ ৰাজনীতিজ্ঞ ডাঃ ভূমিধৰ বৰ্মনৰ তেখেতৰ জন্ম দিৱসৰ দিনা সম্বৰ্দ্ধনা জনাবৰ বাবে কৰা আয়োজনৰ লগতে এখনি 'অভিনন্দন গ্ৰন্থ' প্ৰকাশৰ সিদ্ধান্তৰ শলাগ লৈছো। উক্ত অভিনন্দন গ্ৰন্থ প্ৰকাশৰ বাবে গঠন কৰা সম্পাদনা সমিতিৰ সম্পাদক শ্ৰীমান হৰেন্দ্ৰ মোহন তালুকদাৰৰ দায়িত্বৰ প্ৰতি থকা একাগ্ৰতা, ধৈৰ্য্য আৰু আন্তৰিকতাৰ বিষয়েহে দুআষাৰ কথ কোৱা হৈছে। শ্ৰীতালুকদাৰ এম এ, বি, টি ৰ উপৰিও সাংবাদিকতা আৰু জন সংযোগ বিষয়ৰ ডিপ্লোমাধাৰী এজন উচ্চ শিক্ষিত লোক। তেওঁ অনুসন্ধানমূলক, মননশীল আৰু বিশ্লেষণমূলক প্ৰবন্ধৰ লিখক হিচাপে সাহিত্য আৰু সাংবাদিক জগততো ইতিমধ্যে সকলোৰে পৰিচিত। শ্ৰীমান তালুকদাৰ যুগস্ৰষ্টা মহাত্মা গান্ধী, শ্ৰীমন্ত শঙ্কৰদেৱ আৰু শ্ৰীমৎ স্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰীৰ আদৰ্শৰ প্ৰতি একান্ত শ্ৰদ্ধালু আৰু অনুগামী। শ্ৰীমান তালুকদাৰৰ জন্ম নলবাৰী জিলাৰ নখিৰপাৰা সত্ৰৰ এটি সম্ভ্ৰান্ত খেতিয়ক পৰিয়ালত যদিও তেওঁ বৰ্তমান গুৱাহাটীৰ বিৰুবাৰীৰ স্থায়ী বাসিন্দা। তেওঁৰ পিতৃ প্ৰয়াত নিৰ্মল চন্দ্ৰ তালুকদাৰো সেই অঞ্চলৰ এজন সৰ্বজনপ্ৰিয় সমাজসেৱক আছিল। শ্ৰীমান তালুকদাৰৰ বহু অনুসন্ধানমূলক আৰু বিশ্লেষণমূলক প্ৰবন্ধ ইতিমধ্যে অসমৰ বিভিন্ন বাতৰি কাকত আৰু আলোচনী আদিত প্ৰকাশো পাইছে। ইয়াৰ বাহিৰেও তেওঁৰ ৪ খন গ্ৰন্থ প্ৰকাশ পোৱাৰ উপৰিও আৰু কেইবাখনো সম্পাদিত গুৰুত্বপূৰ্ণ গ্ৰন্থ আলোচনী আদিও প্ৰকাশ হৈছে। তেওঁৰেই সম্পাদিত 'বিশ্বমহাবীৰ চিলাৰায়' আৰু সময়ে পাহৰিব নোৱাৰা কেবা গৰাকী স্বনামধন্য বিশিষ্ট ব্যক্তিৰ স্মৃতি সম্বলিত 'স্মৃতিৰ সৰুঁৱা' নামৰ গ্ৰন্থ দুখন পঢ়ুৱৈ সমাজৰ বাবে অমূল্য গ্ৰন্থ। ইয়াৰ উপৰিও বিশ্ব মহাবীৰ চিলাৰায়ৰ ওপৰত লিখা অইন এখন গ্ৰন্থও প্ৰকাশ হৈছে।

দৃঢ়মনা শ্ৰীমান তালুকদাৰৰ ঘৰুৱা আৰ্থিক অৱস্থা সিমান সচ্ছল নথকা বাবে প্ৰৱেশিকা পৰীক্ষা পাছ কৰাৰ আগতেই ঘৰৰ ভৰণ-পোষণৰ কাৰণে চাকৰি কৰিবলগা হৈছিল। প্ৰৱেশিকা পাছ কৰাৰ পাছতো চাকৰি সংক্ৰান্তত বিভিন্ন ঠাইত বদলি হৈ থাকিবলগা হোৱা স্বত্বেও তেওঁৰ শিক্ষাৰ প্ৰতি থকা ধাউতি আৰু আগ্ৰহ দমাব পৰা নাছিল। ঐকান্তিক দৃঢ়তা, মনোবল আৰু কঠোৰ পৰিশ্ৰমৰ ফলত নানান ঘাত প্ৰতিঘাটৰ মাজত বিভিন্ন ঠাইৰ নৈশ কলেজত পঢ়ি বিভিন্ন পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হৈ নিজক সমাজত এজন উচ্চ শিক্ষিত ব্যক্তিৰূপে প্ৰতিষ্ঠিত কৰিবলৈ সক্ষম হয়। লগে লগে তেওঁৰ লিখাৰ প্ৰতি ধাউতিও বাঢ়ে। বিভিন্ন গ্ৰন্থ সম্পাদন কৰোঁতে বিভিন্ন লিখকৰ ওচৰলৈ বাটকুৰি বাই মনঃপুত প্ৰবন্ধাদি সংগ্ৰহ কৰোঁতে কৰা পৰিশ্ৰমে তেওঁৰ সাধনা আৰু লক্ষ্য সাধনৰ প্ৰতি থকা দায়বদ্ধতা আৰু আন্তৰিকতাৰ পৰিচয় দিয়ে। তালুকদাৰৰ দৃঢ়তা আৰু মনোবল ডেকা চামৰ অনুকৰণীয় হওক।

শ্ৰীমান তালুকদাৰে দলিত সকলৰ প্ৰতি কৰা তেওঁৰ কৰ্মৰাজীৰ স্বীকৃতি স্বৰূপে ডাঃ আম্বেদকাৰ বঁটা লাভ কৰে। তেওঁ ছাত্ৰাবস্থাৰ পৰাই বিভিন্ন সমাজ উন্নয়ণমূলক কাম আৰু অনুষ্ঠান প্ৰতিষ্ঠানৰ লগত জড়িত। শ্ৰীমান তালুকদাৰ ৰাজনীতিক নহলেও স্কুলীয়া ছাত্ৰাবস্থা অৰ্থাৎ প্ৰাক স্বাধীনতা কালৰ পৰাই কংগ্ৰেছ-নেতৃত্বৰ নিৰ্দেশত সাংগঠনিক কামত জড়িত আছিল। তেওঁ মাণ্ডলিক যুৱ কংগ্ৰেছৰ সম্পাদক আৰু পিছত মণ্ডল কংগ্ৰেছৰ সভাপতিৰ দায়িত্বও পালন কৰিছিল আৰু এতিয়ালৈকে শ্ৰীমান তালুকদাৰ কংগ্ৰেছৰ এজন সক্ৰিয় কৰ্মী হিচাপে কাৰ্য্যনিৰ্বাহ কৰি আছে। তেওঁ অসম সাহিত্য সভা, কমতা সাহিত্য পৰিষদ, ৰাজবংশী সাহিত্য সভা, ভাৰতীয় দলিত সাহিত্য একাডেমী, শ্ৰীমন্ত শঙ্কৰদেৱ কৃষ্টি বিকাশ সমিতি, গান্ধী মাৰ্গ অসম সেৱা সমিতি আদি বহু সামাজিক, শৈক্ষিক আৰু ধৰ্মীয় সংগঠনৰ লগতো সক্ৰিয় ভাৱে জড়িত হৈ আছে। ইয়াৰ উপৰি কেবাবাৰো ৰাষ্ট্ৰীয় আৰু আন্তৰাষ্ট্ৰীয় সন্মিলনত গৱেষণামূলক প্ৰবন্ধ পাঠ কৰি প্ৰশংসা লাভ কৰে। অসমৰ বিভিন্ন ঠাইত সুদীৰ্ঘকাল দক্ষতা আৰু নিকা ভাবমূৰ্ত্তিৰে চৰকাৰী পদত কাৰ্য্যনিৰ্বাহ কৰি কেইবছৰ মান আগতে ৰাজপত্ৰিত বিষয়া হিচাপে অৱসৰ গ্ৰহণ কৰে। সম্প্ৰতি বিৰুবাৰী এটি টিলাৰ ওপৰত ঘৰ সাজি আশ্ৰমৰ পৰিৱেশত সপৰিয়ালে বসবাস কৰি আছে।

শ্ৰীমান তালুকদাৰৰ সুদীৰ্ঘ জীৱন আৰু সুস্বাস্থ্য কামনা কৰিলো।

কামাখ্যা প্ৰসাদ দাস

---

[redacted]লাল দাস, সাধাৰণ সম্পাদক সৰ্বো ভাৰত মুক্তি যুঁজাৰু সমিতি, প্ৰতিষ্ঠাপক সাধাৰণ সম্পাদক অ[redacted] সন্মিলন। ১৯৩৬ চনৰ পৰাই খাদী বস্ত্ৰ পৰিধানকাৰী আৰু খাদী আন্দোলনৰ লগত ওতঃপ্ৰোত ভাৱে[redacted]ভাৰতৰ স্বাধীনতা আন্দোলনৰ মুক্তি যুঁজাৰু, প্ৰখ্যাত সমাজ কৰ্মী, গান্ধীবাদী আৰু মুক্তি যুঁজাৰু পেঞ্চনভোগী। বৰ্তমান ৰাজ্যিক মুক্তি যুঁজাৰু এড্ভাইচাৰী বোৰ্ডৰ সদস্য।